৩১

বতী বদৰি ... সৰ্ব্ব তীথপৰ।
... পৈতৃক ...
তথাপি দেহাৰ ধৰ্ম্মে নিলিপে সদাই ॥
বসুদেৱ নিগদাত ...
... শূন্য।
... দেৱ বিধায়ক ॥

... বৰ্ত্তৰ পদ শ্ৰীকৃ...
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰব...
... অধিক শত অধিক উত্তম
... হৰা নৰোত্তম ॥ ১৪৮
...তিৰ মালা ... আন কাম
... মৃগঙ্কৰ যেন শো...
...গন সেহি নয় ॥
মালো ...

৩৬

হয়, সাহিত্য ... মিলা।
...ব্যাত কৃষ্ণৰ উপনয়নৰ
...বাহিৰৰ কথা। যেনে :—
...না কৰি—অভক্ষ্য দ্ৰব্য
...ৰ্ত্তব্য ইত্যাদি বহুল
... তাৰ

# শ্ৰী...

## ...প্ৰবৰ্ত্তন



৺বলোৰাম দ্বিজ
ৰচিত।






আসাম সাহিত্য সভা,
চন্দ্ৰকান্ত সন্দিকৈ হল্,
যোৰহাট।

---

শ্রী...

৺বলোৰাম দ্বিজ

ৰচিত।



আসাম সাহিত্য সভাৰ হৈ—

**শ্ৰীদেবেশ্বৰ চলিহাৰ**

দ্বাৰাই সম্পাদিত আৰু প্ৰকাশিত।


আসাম সাহিত্য সভা,

চন্দ্ৰকান্ত সন্দিকৈ হল,

যোৰহাট।

১৭ জুলাই, ১৯৩৩।

১ শাওণ, ১৮৫৫ শঁক।


বেচ—১৲ এটকা

সাহিত্য সভাৰ সভ্যৰ পক্ষে } ॥০ আঠ অনা।

বতা বদতি ... শুদ্ধ সৰ্ব্ব তীথপৰ।
... য় পৈতৃক ... অথৱা ... ॥
তথাপি দেহাৰ ধৰ্ম্মে নিলিপে সদাই ॥ ...
বসুদেৱ নিগদাত ... জ ... শুন্য।
... দেৱ বিধায়ক ॥

... বৈবৰ্ত্তৰ পদ শ্ৰী ...।
উগ্ৰ ...
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰ ... ১৩৬
... অধিক শত অধিক উত্তম
... হৰা নৰোত্তম ॥ ১৪৪
... তিৰ মালা ...
... আন কাম
মৃগঙ্কৰ যেন শো ...।
... গন সেহি নয় ॥
মালো ...
৩৬

প্ৰাপ্তি ...

দক্ষিণপাট সত্ৰৰ ছল ... অধিক ... পুৰুষ ৺শ্ৰীশ্ৰীনৰদেৱ ... সাহিত্য সভাক ৫,০০০, পাঁচ হাজাৰ টকা দান কৰিছিল। ...

"নৰদেৱ ট্ৰাষ্ট ফণ্ড।"

"শ্ৰীশ্ৰীনৰদেৱ ট্ৰাষ্ট ফণ্ড" নাম দি এটা চিৰ ... তাৰ সুতৰ টকাৰে দাতাৰ ইচ্ছা অনুসাৰে ... অসমীয়া ধৰ্ম্ম পুথি ছপাকৰি "নৰদেৱ গ্ৰন্থাৱলী" নামেৰে প্ৰ ... তেখেত প্ৰভুৱে ১৯২৬ চনত উক্ত টকা দান কৰে। আৰু ... সাহিত্য সভাই প্ৰাচীন পুথি ৺শ্ৰীশ্ৰীদেৱদামোদৰ চৰিত্ৰ প্ৰ ... এয়ে "নৰদেৱ গ্ৰন্থাৱলী"ৰ প্ৰথম পুথি। তাৰ পাচত শ্ৰীশ্ৰীবনমাল ... দ্বিতীয় পুথি প্ৰকাশ কৰে। এতিয়া প্ৰকাশ হোৱা শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত ... ৱলী"ৰ তৃতীয় পুথি।

হয়, সাহিত্য ... মিলা।
... খ্যাত কৃষ্ণৰ উপনয়ন ...
বাহিৰৰ কথা। যেনে :—
... না কৰি—অভক্ষ্য দ্ৰব্য
... ৰ্ত্তব্য ইত্যাদি বহুল
... আৰু তাৰ

এই পুথিখনি আমি অন্যান্য বহুত পুথি অনুসন্ধানৰ ওপৰত দক্ষিণপাট সত্ৰৰ পুথি-ভঁৰালত পালোঁ। আৰু পুথি প্ৰকাশ কৰিবলৈ বৰ্ত্তমান অধিকাৰ শ্ৰীশ্ৰীনাৰায়ণদেৱ

পুথি আৰু পুথি ৰচোতা।

গোস্বামী প্ৰভুৰ অনুমতি পাই এই পুথি সত্ৰৰ পৰা আমি নিজে আনি লওঁ।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ মূল পুথি মহৰ্ষি বেদব্যাসে লিখা বুলি কয়। কিন্তু আমি পোৱা পুথি খনিত তাৰ কোনো উল্লেখ নাপালো। পুথি ৰচনা কৰোঁতা ৺বলোৰাম দ্বিজ—তেওঁ নিজৰ চিনাকী পুথিৰ শেষত এইদৰে দিছে :—

"মধুমিশ্ৰ নামে সন্ত পুন্যৱন্ত সাৰ।
অদ্যাপিয়ো গুন যস বখানে জাহাৰ॥
দ্বাদশ বৎসৰ তীৰ্থ কৰিলা সেৱন।
বৃন্দাবন প্ৰবেশত পাইলা দৰিসন॥
গোপ বেস ধৰি হৰি হাতে বেত ধৰি।
মহা চন্দ্ৰ ভাৱে দেখা দিলন্ত মুৰাৰি॥
পথ বাৰ্ত্তা শুধি লৈলা পাচে দ্বিজবৰ।
তুই তিনি ভৰি গৈয়া চাহিলা সত্যৰ॥
অন্তৰ্ধ্যান ভৈলা হৰি পাছে নেদেখিল।
বহুত বিচাৰি পাছে কান্দিবে লাগিল॥

আমি আ

ৰাম আমি মাগিছো ভকতি ॥

ৰ মধুমিশ্ৰ সত্ৰৰ বুলি তলত লিখা পদকেইফাকিৰ পৰ
ঃ—

দেৱ পাছে আসিয়া দেশক।

ধৰ্ম্ম কৰি পুজিলা কৃষ্ণক ॥

প্ৰতিমা আনিয়া দ্বিজবৰ।

লা প্ৰতিস্থা পুষ্কৰীনি ৰুচিকৰ ॥

দুই নি দেৱ গৃহ আতি চিত্ৰ কৰি।

উচ্ছৰ্গ কৰিয়া দিল কৃষ্ণক স্তুমৰি ॥

* * *

পৰকালে দেৱ গোপাল যে মহা সন্ত
দেৱৰ পাৰত তেহে সত্ৰ পাতিলন্ত ॥
সিস্য সমে সত্ৰ পাতি গোপালে দিলন্ত।
সেহি দিনা অনুসৰি মহন্ত ভৈলন্ত ॥
তান পুত্ৰ ব্ৰজনাথ নামে উপজিল।
সত্ৰ পাতি দিয়া তাঙ্ক সংস্থিতি কৰিল ॥
তাহান তনয় ৰামদেৱ ভৈলা জাত।
তান পুত্ৰ অচ্যুত আনন্দ নামে খ্যাত ॥
তাহান তনয় মধুমিশ্ৰ নাম জাৰ।
তান পুত্ৰ নিত্যানন্দ জনক আমাৰ

বৰ্ত্তমান মধুমিশ্ৰ সত্ৰৰ শ্ৰীযুক্ত ভোলানাথ গোস্বামী দেৱক আমাৰ এই পুথি ৰচকৰ বিষয়ে বাহুল্যকৈ কিবা জানেনে শুধি চাইছিলোঁ, কিন্তু তেখেতৰ পৰা আমাৰ চিঠিৰ কোনো উত্তৰ নাপালো। গতিকে ৺বলোৰাম দ্বিজৰ জীৱনীৰ বিষয়ে আৰু বিশেষ জানিবৰ উপায় নাই এওঁৰ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ বাহিৰে আৰু পুথি লিখাও আমি কিছু তদন্ত কৰি জানিব নোৱাৰিলোঁ। এই খন পুথিকেহে তেওঁ লিখিছিল। এই পুথি ৰচনাৰ

...বতী বদতি...ন শুদ্ধ সৰ্ব্ব তীথপৰ।
...য় পৈতৃক ... 
তথাপি দেহাৰ ধৰ্ম্মে নিলিপে সদাই ॥ ...
বসুদেৱ নিগদাতি ... শুন্য।
...দেৱ বিধায়ক ॥
শ্ৰীম...

...বৈবৰ্ত্তৰ পদ শ্ৰীকৃ...
উগ্ৰ...
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰ... ৮৩৬
...অধিক শত অধিক উত্তম
মৈখ...
...হৰা নৰোত্তম ॥ ১৮৮
মালতিৰ মালা ...আন কাম
...মৃগঙ্কৰ যেন শোভ...
...গন সেহি নয় ॥
...মালো ...
...মিলা।

শ্ৰীকৃষ্ণৰ উপনয়নৰ উপলক্ষে মুনি-ঋষি ত... থাউতি আছিল আৰু সেই কাৰণে এই খণ্ডৰো আগমন। ... ভঙা নহল। সি যি হওক, আমি ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ অকল কৃষ্ণ জ... প্ৰকাশ কৰিলোঁ। বাকী কেই খণ্ড যদি পাচলৈ কোনো ঠাইত পোৱা হয়, সাহিত্য... গাত লব পাৰিব। এই খণ্ডৰ ভিতৰতে কিন্তু প্ৰথম আধ্যাত কৃষ্ণৰ উপনয়নৰ ৰুক্মিণী হৰণ পৰ্য্যন্তহে কৃষ্ণৰ কথা। তাৰ পাচৰ আধ্যাত বাহিৰৰ কথা। যেনেঃ— স্বপ্নৰ ফলা-ফল, কি দ্ৰব্য ভক্ষ্য আৰু কি দ্ৰব্য অভক্ষ্য তাক বৰ্ণনা কৰি—অভক্ষ্য দ্ৰব্য খালে প্ৰায়শ্চিত্তৰ বিধান, পাপৰ পৰিচয়, ব্ৰাহ্মণৰ মাহাত্ম্য, শূদ্ৰিৰ কৰ্ত্তব্য ইত্যাদি বহুল ভাবে বৰ্ণনা কৰিছে। তাৰ পাচত চন্দ্ৰ কৰ্ত্তৃক তাৰা দেবীৰ সতীত্ব হৰণ আৰু তাৰ বাবে দেৱতাসকলৰ ভিতৰত মহা কৌতুহল আৰু বৃন্দা দেবীৰ তপস্যা আদি বৰ্ণনা কৰি শ্ৰীকৃষ্ণৰ বিয়োগত ৰাধিকাৰ শোক নানা প্ৰকাৰে বৰ্ণনা কৰি পুথি সমাপ্ত কৰিছে।

আখৰ যোঁটনি।

পুথিৰ আখৰ যোঁটনিৰ সম্পৰ্কে কবলগীয়া এই যে গোটেই পুথিত কবিয়ে কোনো নিৰ্দ্ধাৰিত আখৰ যোঁটনি লৈ লিখা নাই। একেটা শব্দকে ভিন্ ভিন্ ঠাইত ভিন্ ভিন আখৰেৰে লিখিছে। পুৰণা পুথিত থকাদৰে বৰ্ণৰ কোনো সাল-সলনি নকৰাকৈ ছপাকৰা ভাল যদিও ওপৰত দিয়া কাৰণৰ বাবে প্ৰথম আধ্যাত আধুনিক আখৰ যোঁটনি অনুসাৰে ছপা কৰি দ্বিতীয় আধ্যাত পুথিত যেনে আছে তেনে ছপা কৰা হ'ল। আখৰ যোঁটনি কোনো নিৰ্দ্ধাৰিত বৰ্ণ অনুসাৰে পুথিত নিলিখা অকল এইখন পুথিতেই নহয়, প্ৰায় সকলো পুথিত এনেকৈ লিখা পাওঁহঁক। ইয়াৰ দ্বাৰাই ইয়াকে সিদ্ধান্ত কৰিব পাৰি, যে আগৰ কালত আমি যেনেকৈ কওঁহঁক ঠিক তেনেদৰেই লিখিছিল। বৰ্ণমালাত একে উচ্চাৰণৰ কেবাটাও বৰ্ণ আছে কাৰণে যেতিয়াই যি বৰ্ণেৰে সুবিধা পাইছিল, সেই বৰ্ণেৰেই লিখি থৈছিল। হ্ৰস 'ই', দীৰ্ঘ 'ঈ', হ্ৰস 'উ', দীৰ্ঘ 'ঊ'ৰ উচ্চাৰণত ভিন নাই। 'শ', 'ষ' আৰু 'স'ৰো উচ্চাৰণত কোনো ভিন নাই। 'জ', 'য'ৰ ভিন নাছিল। গতিকে 'সুন্দৰি', 'নাৰি', 'নাড়ি', 'স্ত্ৰি', 'নদি', 'নদী', 'ছৰণ', 'ছিন্তি', 'দেবি', 'দেবী', 'দোস', 'দিশ', 'দিষ', 'দাসি' ইত্যাদি অবাধে লিখি গৈছিল। আজি কালি মাথোন আমি সংস্কৃত ভাষাৰ ব্যাকৰণৰ সুত্ৰেৰে অসমীয়া ভাষাত কথা লিখিবলৈ ধৰি উচ্চাৰণক লিখাৰ মূল নধৰি শব্দৰ আদি মূল সংস্কৃত শব্দৰে বৰ্ণ অনুসাৰে লিখিছোহঁক। 'কৃষ্ণ' শব্দ পুথিত প্ৰায়ে "কৃষ্ন" বুলি লিখা পোৱা গৈছে। আৰু ময়ো পুথিৰ মতেৰেই "কৃষ্ন" ৰাখিছো। মোৰ মনেৰেও "কৃষ্ন" লিখাহে শুদ্ধ। শব্দটোৰ উচ্চাৰণৰ

আমি আও

ৰাম আমি মাগিছো ভকতি ॥

ৰ মধুমিশ্র সত্ৰৰ বুলি

মাত্র কয় ॥”

ঃ-

ৰাচত এইখন ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ পুথিৰ বাহিৰে আৰু এখন ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ পুথি আছে। সেইখন কবিৰাজ চক্ৰবৰ্ত্তীয়ে ৰচনা কৰা। কেৱল কৃষ্ণ জন্মখণ্ডৰ হে ভাঙনি আছে। দ্বিজ বলোৰামৰ ৰচনা কৰা খনৰ লগত কবিৰাজ চক্ৰবৰ্ত্তীৰ খন পুথিৰো বহুত ঠাইত মিল নাই। দুয়োজনে একে মূলৰ পৰা যদি ভাঙনি কৰিছিল, তেন্তে তেওঁলোকৰ ভিতৰত ইমান অমিল কিয়? পাচত পুথি নকল কৰোঁতাসকলেই ইমান অমিল ঘটাইছিল বুলি অনুমান কৰিবও নোৱাৰি। এই পুথিত কিন্তু বহুত শব্দৰ অৰ্থ আমাৰ বোধগম্য নহল। বহুত চেষ্টা কৰিও তাৰ ভাল ৰাখ্যা দিব পৰা নহল। কোনো বিদ্বান লোকে সেই শব্দ বিলাকৰ ভাল ৰাখ্যা কৰি আমাক জানিবলৈ দিলে আমি তেওঁলোকৰ ওচৰত পৰম কৃতাৰ্থ মানিম, আৰু পাচলৈ আমাৰ পুথিৰ দ্বিতীয় বাৰ ছপা কৰোতে শুধৰাই বা শুধ টিকা দি ছপা কৰিম। বৰ্ত্তমান সেই শব্দবিলাকৰ কোনো ৰাখ্যা দিব নোৱাৰাত সদাশয় পাঠকসকলে যেন আমাক ক্ষমা কৰে। ইতি।

শ্ৰীদেৱেশ্বৰ চলিহা।

আসাম সাহিত্য সভা,
যোৰহাট,
১ শাওণ, ১৮৫৫

---

...বদতি ... শুদ্ধ সৰ্ব্ব তীথপৰ।
...য় পৈতৃক ... মথুৰা ...
তথাপি দেহান ধৰ্ম্মে নিলিপে সদাই ॥
বসুদেৱ নিগদাতি ... শুন্য।
... দেৱ বিধায়ক ॥
শ্ৰীম...

উগ্ৰ... বৰ্ত্তৰ পদ শ্ৰী...
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰ... ১৩৬
... অধিক শত অধিক উত্তম
মেখত ...
মালতিৰ মালা ... হৰা নৰোত্তম ॥ ১৮৮
... আন কাম
... মৃগঙ্কৰ যেন শোভে
... গন সেহি নয় ॥
... মালো ...
৩৬

## শ্ৰীকৃষ্ণৰ উপনয়নৰ উপলক্ষে মুনি-ঋষি ত... মথুৰা আগমন।

### পদ।

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
শুনিয়োক কৃষ্ণ কথা কহিবো অপৰ ॥
আত অনন্তৰে গৈলা গৰ্গ মহাঋষি।
বসুদেৱ গৃহে স্থিত পৰম হৰিষি ॥ ১
দণ্ড-ছত্ৰ ধাৰী ব্ৰহ্ম-তেজে প্ৰজ্বলিত।
শুক্ল দন্ত শুক্ল বস্ত্ৰ শুক্ল উপবিত ॥
তপোময় মূৰ্ত্তি যাদৱৰ পুৰুহিত।
শিৰে জটা শোভা কৰে দেখি বিপৰীত ॥ ২
গৰ্গক দেখিয়া বসুদেৱ সচকিত।
তাৎক্ষণে উঠি বসু দেৱকী সহিত ॥
প্ৰণাম কৰিলা দুয়ো গৰ্গক সত্বৰ।
ৰত্ন-সিংহাসন দিলা অতি মনোহৰ ॥ ৩
ভক্তি কৰি বসুদেৱে মধুপৰ্ক দিলা।
কামধেনু অগ্নি শুদ্ধ বস্ত্ৰ সমৰ্পিলা ॥
গন্ধ-পুষ্প মাল্য দিলা বহু ভক্তি কৰি।
মিষ্ট-অন্ন পৰমান্ন দিলন্ত সাদৰি ॥ ৪
পিস্তক মধুৰ মধু ভুঞ্জাইলা সাদৰি।
সুবাসিত জল দিলা অতি মান্য কৰি ॥
সুবাসিত তাম্বুলয়ো কৰ্পুৰে সহিত।
দেৱকী সহিতে প্ৰণামিলা যথোচিত ॥ ৫
কৃষ্ণক দেখিয়া গৰ্গ মনে প্ৰণামিলা।
বসুদেৱ দৈৱকীক বচন বুলিলা ॥
গৰ্গ নিগদতি বসুদেৱ মহামানি।
দৈৱকী সহিতে শুনিয়োক মোৰ বাণী ॥ ৬
কৃষ্ণক চাহিয়ো বসু বলো সমন্বিতে।
উপনয়নৰ কাল ভৈলা উপস্থিত ॥
বয়সৰে কাল ভৈলা দুইহানো নিশ্চয়।
কালক কহিলো বসুদেৱ মহাশয় ॥ ৭
বসুদেৱ বদতি শুনিয়ো গুৰু সাৰ।
উপনয়নৰ কাল কৰিয়ো বিচাৰ ॥
যাদৱৰ পূজ্য দেৱ তুমি মহামতি।
শুভক্ষণ শুভদিন দিয়োক সম্প্ৰতি ॥ ৮
গৰ্গ নিগদতি বসুদেৱ মহা ধীৰ।
পৰশুই শুভ দিন কৰি আচো স্থিৰ ॥
চন্দ্ৰ তাৰা শুদ্ধি আসে দুই বালকৰ।
সন্তসাস্ত্ৰগণৰো পুজিত দিন বৰ ॥ ৯
গৰ্গৰ বচন শুনি বসুদেৱ সন্ত।
দশোদিশে তেতিক্ষণে দুত পাঞ্চিলন্ত ॥
মঙ্গল-পত্ৰিকা সমে দুতক পাঞ্চিলা।
সমস্তে লোকত দুতে গৈয়া জান দিলা ॥ ১০
ঘৃত-কুল্য দুগ্ধ-কুল্য দধি-কুল্য চয়।
মধু-কুল্য গুৰ-কুল্য নদী সমস্তয় ॥ (১)

(১) নদীৰ সমান উপচি পৰা।

... আমি আ...
...শথ।
...ৰ॥ ১২
... মন ...লা নাৰায়ণ।
...শ্বৰৰ আজ্ঞা জানি আসিলা তেখন॥
মুনিগণ বন্ধুগণ ৰাজা নিৰন্তৰ।
দেৱ-কন্যা নাগ-কন্যা আসিলা সত্বৰ॥ ১৩
ৰাজ-কন্যাগণো আইলা মথুৰা নগৰ।
বিদ্যাধৰ গন্ধৰ্ব্ব আসিলা নিৰন্তৰ॥
বাদ্য-ভণ্ড বাদক যে ভিক্ষুক ব্ৰাহ্মণ।
জতী ব্ৰহ্মচাৰী অৱধূত যোগীগণ॥ ১৪
ভট্ট সন্ন্যাসীক আদি কৰি নিৰন্তৰ।
কৃষ্ণ আজ্ঞা জানি সৱে আসিলা সত্বৰ॥
পিতৃ মাতৃ কুলে যত আচে বন্ধুগণ।
বান্ধৱ সহিতে আসিলন্ত বন্ধুগণ॥ ১৫
ভীষ্ম দ্ৰোণ অশ্বথমা কৃপাচাৰ্য্য কৰ্ণ।
পুত্ৰ সমে ধৃতৰাষ্ট্ৰ আসিলা তেখন॥
স্বামী সঙ্গে আসিলেক আনন্দে গান্ধাৰী।
পুত্ৰ সমে আসিলা বিধুৰা কুন্তী নাৰী॥ ১৬
শোক অপমান হৰ্ষ তিনিকো লভিলা।
পুত্ৰ সমে কুন্তীদেৱী মথুৰা পশিলা॥
নানা দেশহন্তে আইলা ৰাজা নিৰন্তৰ।
পাত্ৰ-মন্ত্ৰী সমে ৰাজা পুত্ৰ বহুত্তৰ॥ ১৭
প্ৰজাৰ আন্দোলে মহী কৰে দলদোপ।
মথুৰা নগৰি সবো আইলা একেযোপ॥
সেহি বেলা আসিলন্ত ঋষি সমস্তয়।
বশিষ্ঠ স্তেৱন অত্ৰি ঋষি মহাশয়॥ ১৮।
যাজ্ঞবল্ক ভিমী গৰ্গ ঋষি ভৰদ্বাজ।
বসে পুত্ৰ ধৰ্ম্মজ্ঞ অগস্তি ঋষি সাৰ॥

...তেন।
... আইলা চাৰিজন॥
...গ...ৰাসা কৌষিক ৰিশশৃঙ্গ বিভান্তক।
ৰামশৃঙ্গ ৰামদেৱ গৌতম কৌসিক॥ ২০
শুণৰ্শবক্ৰতু জতী শুক চাৰুণিক।
বৃহস্পতি অস্তাবক্ৰ বামণ বাল্মিক॥
পাৰিভদ্ৰ পেলবৈসম্পায়ন অপৰ।
কাশ্যপ মৰীচি ভৃগু মাৰ্কণ্ডেৱ বৰ॥ ২১
সুমন্ত প্ৰচেত্ৰা বাৎস্যায়ন পুৰজিত।
পানিপাত্ৰ পানিনিকচ যে মধুজিত॥
মাৰ্ক্কণ্ডেয় লোমশ কপিল পৰাসৰ।
সন্নস্ত উতথ্য উশীনৰ ঋষিবৰ॥ ২২
বিশ্বামিত্ৰ সত্যানন্দ মৈত্ৰেয় জাজ্বলি।
উপমন্যু গোবামুখ বৰুণ্য তৈত্তেলি॥
কঠেকচ সান্দিপনি গুৰু যোগীন্দ্ৰৰ।
আসিলন্ত সিষ্যসমে মুনি নিৰন্তৰ॥ ২৩
বসুদেৱ গৃহে স্থিতি ভৈলন্ত অদিতি।
মথুৰাক আসিলন্ত দৈত্য-মাতৃ দিতি॥
বসুদেৱে সমস্তে মুনিক দেখিলন্ত।
দণ্ডৱতে পৰি তুতি নতি কৰিলন্ত॥ ২৪
আত অনন্তৰে ব্ৰহ্মা হংস জানে চড়ি।
হাতে অক্ষ কমণ্ডলু আসিলন্ত লড়ি॥
ৰত্নজানে আসিলন্ত পাৰ্বতী শঙ্কৰ।
নন্দি আদিকৰি আইলা ভুত নিৰন্তৰ॥ ২৫
মহাকাল বিৰভদ্ৰ শুত শুভদ্ৰক।
মনিভদ্ৰ পাৰিভদ্ৰ গণেশ কাৰ্ত্তিক॥
ঐৰাৱতে সচীসমে আইলা পুৰন্দৰ।
চন্দ্ৰ সূৰ্য্য সমে আইলা মথুৰা নগৰ॥ ২৬
দ্বাদশ আদিত্য অনন্তক আদি কৰি।
সবে দেৱ আসিলন্ত মথুৰা নগৰি॥

ৰতী বদতি ... শুদ্ধ সৰ্ব্ব তীথপৰ।
... য় পৈতৃক ... থৰা ... ॥
তথাপি দেহান ধৰ্ম্মে নিলিপে সদাই ॥
বসুদেৱ নিগদাত ... জ ... শুন্য।
সৃষ্টিৰ কাৰণ প্ৰভু দেৱ বিধায়ক ॥
সুৰ সিদ্ধ মুনীন্দ্ৰৰ গুৰু সমস্তৰ।
স্বপ্নে যাৰ পাদপদ্ম নোহয় গোচৰ ॥ ২৮
শিৱক স্মৰণ মাত্ৰে ঋষ্ট নাস হয়।
সমস্ত সঙ্কট তৰি কল্যাণ লভয় ॥
দুৰ্গাসমে যোগীন্দ্ৰৰ গুৰু মহেশ্বৰ।
সমস্তৰে গুৰু শিৱ জগত ঈশ্বৰ ॥ ২৯
দেৱতাৰ অগ্ৰে পূজ্য দেৱ গণেশ্বৰ।
বিঘ্নিৰ নাশক ইশ জগত ঈশ্বৰ ॥
দেৱতা সৱৰ কাৰ্ত্তিকয় সেনাপতি।
দেৱতাৰো পূজ্যৱন্ত দুৰ্গা ভগৱতী ॥ ৩০
মহালক্ষ্মী সৰ্ব্বশক্তি আদিৰে প্ৰকৃতি।
জগত কাৰণী দেৱী মোৰ গৃহে স্থিতি ॥
যাক সেৱি নৰগণে বাঞ্চিত লভয়।
মোহোৰ কৃপায়ে হেন দেৱী আসিচয় ॥ ৩১
সাক্ষাতে গোচৰ ভৈল মন্দিৰে আমাৰ।
মোৰ কিবা ভাগ্য আছে নজানোহো আৰ ॥
কৃত্য-কৃতা ভৈলো মই সাফল জীৱন।
দুৰ্গা সমে দেৱগণ ভৈলো দৰিশণ ॥ ৩২
ব্ৰহ্মা হৰ দুৰ্গা দেৱী সৱে দেৱগণ।
পৃথকে পৃথকে বহু কৰিলা স্তৱন ॥
দেৱেন্দ্ৰ মুনীন্দ্ৰ বিপ্ৰগণ কৰি সেৱ।
ৰত্ন সিংহাসনে বসুআইলা বসুদেৱ ॥ ৩৩
প্ৰত্যেকে বসিলা দেৱ মুনি নিৰন্তৰ।
বিধিয়তে পুজিলন্ত কৰিয়া সাদৰ ॥
ব্ৰহ্মা আদি কৰি দেৱগণ নিৰন্তৰ।
প্ৰত্যেকে পুজিলা বসু কৰি সমাদৰ ॥ ৩৪

উগ্ৰ ... বৈবৰ্ত্তৰ পদ শ্ৰীকৃ ... ।
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰন্দ ... ৩৬
... অধিক শত অধিক উত্তম
মেঘত ...
মালতিৰ মালা ... হৰা নৰোত্তম ॥ ১৮৮
... আন কাম
মেঘ চন্দ্ৰ মৃগঙ্কৰ যেন শোভ ...
মানি ... গন সেহি নয় ॥
সুগন্ধ চন্দন মালো ...
বসুদেৱে পুজা কৰিলন্ত নিৰন্তৰ ॥ ৩৬
ৰত্নময় সিংহাসনে সবাৰো মধ্যত।
গণেশক বসুআইলা জঙ্ক মণ্ডপত ॥
সুবৰ্ণ কলসে আনি সপ্ত-তীৰ্থ জল।
চন্দন পুষ্পেৰে মিশ্ৰ আতি সুসিতল ॥ ৩৭
পঞ্চামৃত পঞ্চ্যগব্য পাত্ৰে সুবৰ্ণৰ।
আকাশী গঙ্গাৰ জল পুষ্কৰ তীৰ্থৰ ॥
সাত সাগৰৰ জল আনিয়া সকল।
স্নান কৰাইলন্ত বসুদেৱে মহাবল ॥ ৩৮
গণেশক স্নান কৰাই পাচে বসুদেৱে।
পাৰিজাত পুষ্প মাল্যে কৰিলন্ত সেৱ ॥
ৰত্ন অলঙ্কাৰে অগ্নি শুদ্ধ সুবসন।
ৰত্নৰ আঙুটি ৰথ মাল্য সুশোভন ॥ ৩৯
সুগন্ধ চন্দন পুষ্প বসুদেৱে লৈয়া।
বসিলন্ত গনেশক ভকতি কৰিয়া ॥
বিঘ্নিৰ বাৰক ভগৱন্ত নৰেশ্বৰ।
বসুদেৱে স্তুতি নতি কৰিলা বিস্তৰ ॥ ৪০
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
গনেশৰ অভিষেক মহা পুৰাণৰ ॥
উপনয়নৰ কথা অধ্যায়নৱতি।
ৰাম কৃষ্ণ নাম লৈয়া সাধা নিজগতি ॥ ৪১

আমি অ...
...াথ।

নাৰায়ন বদতি নাৰদ মুনিবৰ।
দেৱকী ৰোহিনী ৰতি অদিতি অপৰ ॥
অসুৰৰ মাতৃ দিতি দেৱী সৰস্বতী।
লোপামুদ্ৰা সাবিত্ৰী অহল্যা অৰুন্ধতী ॥ ৪২
কৃষ্ণ মাতৃ জসোদাক আদিকৰি যত।
পাৰ্ব্বতীক দেখিবাক আসিলা সমস্ত ॥
পৰস্পৰে আলিঙ্গন কৰে নাৰীগণ।
পুনুপুনু পৃতি ভাৱে কৰে সম্ভাষন ॥ ৪৩
দেবীৰ চৰণে মনে প্ৰণাম কৰিলা।
ৰত্নৰ মন্দিৰে তাঙ্ক প্ৰবেশ কৰাইলা ॥
ৰত্ন সিংহাসনে বসুআইলা মান্য কৰি।
দেৱকী পুজিলা তাঙ্ক পৰম সাদৰি ॥ ৪৪
পাৰিজাত পুষ্প মাল্য ৰত্ন অলঙ্কাৰ।
অগ্নি শুদ্ধ বস্ত্ৰ দিলা কৰি সতকাৰ ॥
ভক্তিকৰি পুজিলন্ত চৰণ পদ্মত।
সিন্দুৰৰ চন্দনৰ বিন্দু কপালত ॥ ৪৫
সিখত সিন্দুৰ দিলা আতি ভাল কৰি।
কস্তুৰি কুঙ্কুম দিলা কপালে সাদৰি ॥
মিষ্ট অন্ন ভোজন কৰাই বাৰ নাৰী।
সুবাসিত জল দিলা আতি মান্য কৰি ॥ ৪৬
চৰণৰ নখে দিলা আলতা সাদৰি।
কুঙ্কুমে ৰঞ্জিলা তাত আতি ভক্তি কৰি ॥
দেবীক বিঞ্চিলা শ্বেত চামৰক ধৰি।
সন্তোষিলা দেৱকীয়ে স্তুতি নতি কৰি ॥ ৪৭
দেৱ কন্যা মুনি কন্যা নাগ কন্যা চয়।
ৰাজকন্যা বন্ধু নাৰী যিবা আসিচয় ॥

... নানা বিধ বাদ্যগণ।
মঙ্গল কৰিয়া বজাইলন্ত তেতিক্ষণে ॥
যজ্ঞ কালে চতুৰ্ব্বেদী ব্ৰাহ্মণ ভুঞ্জাইলা।
মথুৰাৰ গ্ৰাম্য দেবী ভৈৰবী পুজিলা ॥ ৪৯
মঙ্গল চণ্ডিকা ষষ্ঠি তাহাঙ্কো পুজিলা।
ষোড়সো পচাৰ দ্ৰব্যগন নিবেদিলা ॥
সুমঙ্গল কৰাইলন্ত পুন্য স্বস্ত্যয়ন।
ব্ৰাহ্মণৰ দ্বাৰা পঢ়াইলন্ত বেদগন ॥ ৫০
দেৱকী ৰোহিনী আদি নাৰী নিৰন্তৰ।
স্বৰ্গ গঙ্গা জলে আনি কুম্ভে সুবৰ্ণ্ণৰ ॥
ৰাম কৃষ্ণ দুইকো স্নান কৰাই অনন্তৰ।
বসন চন্দন মাল্য পিন্ধাইলা সত্বৰ ॥ ৫১
ৰত্নময় অলঙ্কাৰ আতি মনোহৰ।
ৰাম কৃষ্ণ দুইৰো অঙ্গে পিন্ধাইলা বিস্তৰ ॥
মাতৃদত্ত ভুষন পিন্ধিয়া দুই ভাই।
নৱবৰ বেশ দুইৰো শৰীৰ সুহাই ॥ ৫২
নানা বিধ সুমঙ্গল উৰুলি যোকাৰ।
কৰিলন্ত নাৰী সবে নানা ব্যৱহাৰ ॥
পাচে দেউ মুনিৰাজ সভা প্ৰবেশিলা।
দুইহাঙ্কো দেখিয়া সবে তেখনে উঠিলা ॥ ৫৩
ব্ৰহ্মা সদাশিৱ ধৰ্ম্ম অনন্ত ভাস্কৰ।
কাৰ্ত্তিক গনেশ দেউ মুনি নিৰন্তৰ।
পৃথকে পৃথকে দেৱে স্তুতিক কৰিলা।
জগত ঈশ্বৰ জানি মনে প্ৰবেশিলা ॥ ৫৪
ব্ৰহ্মা নিগদতি কৃষ্ণ জগত ঈশ্বৰ।
স্তুতিৰ অসাধ্য প্ৰভু বাক্য অগোচৰ ॥
ভক্ত অনুসৰি দেহ ধৰা নাৰায়ণ।
স্তুতি কৰিবাক নপাৰয় বেদগন ॥ ৫৫
মহাদেৱ নিগদতি নিৰিহ ঈশ্বৰ।
নিৰাকাৰ পৰমাত্মা তুমি সমস্তৰ ॥

...বতা বদতি ... শুদ্ধ সৰ্ব্ব তীথপৰ ।
...য় পৈতৃক ... ॥
তথাপি দেহাৰ ধৰ্ম্মে নিলিপে সদাই ॥ ...
কাৰ্য্য কাৰণৰ সাক্ষী ৰূপ-গুণ শুন্য ।
কিমতে কৰিবো তুতি ব্যাপক নিৰ্গুণ ॥
অনন্ত বদতি নাথ কিবা জানো আমি ।
কোটি কোটি ব্ৰহ্মান্দৰ ইশ তুমি স্বামি ॥ ৫৭
বহুতৰ সুখ দিয়া তুমি নাৰায়ণ ।
জ্ঞানক নেদেহা কেনে কৰিবো স্তৱন ॥
দেৱগন বদতি শুনিয়ো যদুপতি ।
তুতি কৰিবাক সক্তি নোহে প্ৰজাপতি ॥ ৫৮
সক্তি নোহে তুতি কৰিবাক সদাশিৱ ।
কেন মতে তুতি আমি কৰোঁ জগজিৱ ॥
তুতি কৰিৰাক নপাৰয় সৰস্বতী ।
...বন্তেয়ো নপাৰয় কৰিবাক তুতি ॥ ৫৯
...দেৱ চয় প্ৰভু যদুপতি ।
তুতিৰ অক্ষম আমি কেনে কৰো তুতি ॥
মুনীন্দ্ৰ বদতি প্ৰভু শুনা যদুপতি ।
বেদগনে নজানয় তযু লীলা গতি ॥ ৬০
বেদে তুতি কৰিবাক নপাৰয় যাক ।
নিৰাকাৰ পৰমব্ৰহ্ম বোলয় তোমাক ॥
আনো নানা দেৱ মুনি তুতিক কৰিল ।
বাহুল্যক ডৰে আমি তাক নিলিখিল ॥ ৬১
দেৱমুনি কৃত্য মহা পুন্য এহিস্তৱ ।
ভক্তি ভাৱে যিতো পঢ়ে নাহি তাৰ ভয় ॥
পুজাকালে যিতো পঢ়ে হুয়া সাবহিত ।
ইহলোকে সুখ ভুঞ্জি গোলোকত থিত ॥ ৬২
মহাজ্ঞান লভি সিতো ৰত্ন জানে চড়ি ।
ইশ্বৰ কৃপাত গোলোকক যায় লড়ি ॥
ব্ৰহ্মবৈবৰ্ত্তৰ কথা মহা পুৰাণৰ ।
শতয়ধ্যায়ৰ পদ আতি মনোহৰ ॥ ৬৩
নন্দৰ অঙ্গিনে শোভে মণ্ডল আকাৰ ।
কস্তুৰি চন্দনে শোভে দেখি ঝাতিস্কাৰ ॥

উগ্ৰ ...বৈবৰ্ত্তৰ পদ শ্ৰীকৃ... ।
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰাণত ১৩৬
...অধিক শত অধিক উত্তম
মৈথ...
...হৰা নৰোত্তম ॥ ১৮৮
মালতিৰ মালা ...
...আন কাম
মেঘ চন্দ্ৰ মৃগঙ্কধ যেন শোভে ...
কৃষ্ণৰ আগত দেৱগন সেহি নয় ॥ ...
দ্বিভুজ শ্যামলৰূপ আতি মনোহৰ ।
অল্পহাস্য সুপ্ৰসন্ন মুখ ৰুচিকৰ ॥
ভক্তৰ কৃপায়ে দেহা ধৰা নাৰায়ণ ।
ৰত্নৰ কেয়ুৰ শোভে ৰত্নৰ কঙ্কন ॥ ৬৬
ৰত্নৰ নুপুৰ পায়ে কৰয় ৰঞ্জিত ।
নানা বিধ অলঙ্কাৰে দেহাত শোভিত ॥
বসুদেৱে দুই ভাইক কোলেতুলি লৈলা ।
পিতৃৰ আগত দুয়ো প্ৰকাশ কৰিলা ॥ ৬৭
যেবে ভৈল শুভলগ্ন কাল মনোৰম ।
সেহিবেলা শুভ গ্ৰহ দেখিলা উত্তম ॥
সেহিকালে লগ্নাধিপ লগ্নে ভৈলা থিতি ।
পাপগ্ৰহে নেদেখিল লগ্নক তহিতি ॥ ৬৮
আনো শুভকাল যেবে ভৈল উপগত ।
শুভ কৰ্ম্ম আৰম্ভিলা সেহি সময়ত ॥
দেৱ বিপ্ৰ অনুজ্ঞাঁ কৰিয়া কৰি সেৱ ।
স্বস্তি বাচনক কৰ্ম্ম কৰি বসুদেৱ ॥ ৬৯
দেৱমুনি পোৰোহিত নমি সাৱধান ।
শতেক সুবৰ্ণ ব্ৰাহ্মণক কৰি দান ॥
গনেশ দিনেশ অগ্নি সুৰ্য্য মহাদেৱ ।
দুৰ্গাসমে পুজিলন্ত পাচে বসুদেৱ ॥ ৭০
দেৱৰ সভাত বসু সাক্ষাতে পুজিল ।
ভক্তিকৰি সোড়ষ প্ৰচাৰ দ্ৰব্য দিল ॥
বেদ মন্ত্ৰে পুত্ৰ দুইৰো অধিবাস কৰি ।
দিগপাল নৱগ্ৰহ পুজিলা সাদৰি ॥ ৭১
যোড়স মাতৃক পুজিলন্ত বহুতৰ ।
পঞ্চ উপচাৰ দিলা কৰিয়া সাদৰ ॥

…লা।
…ত্ত সূত্র দিলা ॥
…হ সান্দিপনি গুরু মহাশয়।
…ভাইক গায়ত্রি শিকাইলা যেন হয় ॥ ৭৩
প্ৰথমে পাৰ্ব্বতী দেবী ভিক্ষা আনি দিলা।
ৰাম কৃষ্ণে সিতো ভিক্ষা গ্ৰহন কৰিলা ॥
হিৰা সাৰে বিনিৰ্মিত ৰত্ন পাত্ৰবৰে।
মুকুতা মানিক্য হিৰা পাত্ৰৰ উপৰে ॥ ৭৪
পুৰ্ব্বে পিতৃগনে পাত্ৰ পাৰ্ব্বতীক দিলা।
সেহি ভিক্ষা পাত্ৰ দেৱী কৃষ্ণত অৰ্পিলা।
শুভাশীষ সমে মনে সুবৰ্ণকো দিলা।
কৃষ্ণক আশ্বাসি দেৱী সমিপে চাহিলা ॥ ৭৫
তাত পাচে সচীদেৱী ভিক্ষাক দিলন্ত।
নানা ৰত্নময় ভিক্ষা দুইভায়ে লৈলন্ত ॥
বৰুনৰ ভাৰ্য্যা পৱনৰ কুবেৰৰ।
অগ্নি ভাৰ্য্যা স্বাহা দেৱী ৰুহিনী চন্দ্ৰৰ ॥ ৭৬
সূৰ্য্যৰ কামিনীসজ্ঞাঁ কামৰ যে ৰতি।
আনো দেৱ ভাৰ্য্যাচয় দেৱী বসুমতী ॥
দেৱকন্যা ৰাজকন্যা নাগকন্যা চয়।
সমস্তে দিলন্ত ভিক্ষা লৈলা কৃপাময় ॥ ৭৭
প্ৰত্যেকে দিলন্ত ভিক্ষা ৰতনে ভূষিত।
বলোভদ্ৰ সমে কৃষ্ণে লৈলন্ত ত্বৰিত ॥
কিছু ভিক্ষা দিলা গৰ্গঋষিক দুই ভাই।
কিছু ভিক্ষা দিলা সান্দিপনিক সিঠাই ॥ ৭৮
বৈদিক কৰ্ম্মক কৰি পাচে বসুদেৱ।
গৰ্গক দক্ষিণা দিলা তাঙ্ক কৰি সেৱ ॥
দেৱতা সৱক ভুঞ্জাইলন্ত নিৰন্তৰ।
ব্ৰাহ্মনক ভুঞ্জাইলন্ত কৰিয়া সাদৰ ॥ ৭৯
দেৱ মুনি সমস্তক দক্ষিণা দিলন্ত।
আশীৰ্ব্বাদ কৰি সবে গৃহক গৈলন্ত ॥
নানা ৰত্ন মনি সুবৰ্ণক দিলা … ॥ ৮০
মুকুতা মানিক হিৰা ৰজত অপাৰ।
অমৃত সমান অন্ন দিলা জাতিস্কাৰ ॥
ভিক্ষুক সন্যাসী ভট্ট ব্ৰাহ্মনক লাগি।
সমস্তকে দিলা বসুদেৱে মহা ভাগি ॥ ৮১
মহোৎসব বেদপাঠ অনেক কৰাইলা।
হৰিৰ মঙ্গল নাম তহাঙ্কো পঢ়াইলা ॥
ব্ৰাহ্মণ ভোজন কৰিলন্ত যত্ন কৰি।
জ্ঞাঁতি বন্ধু বান্ধৱকো কৰিলা সাদৰি ॥ ৮২
মুকুতা মাণিক্য ৰত্ন বস্ত্ৰ অলঙ্কাৰ।
সমস্তকে দিলা দান কৰি সতকাৰ ॥
যেবে ভৈল শুভকৰ্ম্ম জজ্ঞ সমাপত।
জসোদা সহিতে নন্দ বিহ্বল ভৈলন্ত ॥ ৮৩
ৰাম কৃষ্ণ দুই ভাইক কোলাত কৰিয়া।
পুনু পুনু চুম্বনক মুখ পদ্মে দিয়া ॥
মহা শোকে জসোদা সহিতে নন্দৰাই।
উচ্চ কৰি কান্দিলন্ত গুণক বৰ্ণাই ॥ ৮৪
সেহিবেলা কৃষ্ণ দেৱে আশ্বাস কৰিলা।
নানাবিধ বোধ জ্ঞানে দুহাঙ্কো বুঝাইলা ॥
কৃষ্ণ নিগদতি মাতৃ নন্দ মহাশয়।
কালে সঙ্গ যোগ কৰে ভেদকো কৰয় ॥ ৮৫
মাতৃৰ সমন্ধি পিতৃ জ্ঞান মহাশয়।
সমস্তে কহিবা গৈয়া জ্ঞানৰ নিৰ্ন্নয় ॥
চিৰকালে হৈবা তুমি মোহোৰ দৰ্শণ।
জ্ঞানক লভিয়া মোক চিন্তা অনুক্ষন ॥ ৮৬
হেনয় বোধক দিয়া দেৱ নাৰায়ন।
বসুদেৱ সভাক গৈলন্ত তেতিক্ষন ॥
বসুদেৱ আজ্ঞাঁ লৈয়া ৰাম যদুপতি।
সান্দিপানি ঋষিৰ গৃহক কৈলা গতি ॥ ৮৭
বসুদেৱ দেৱকীক কৰি সম্ভাষন।
নন্দ যসোদাক বুলি বিনয় বচন ॥

...ৰতী বদতি ... শুদ্ধ সৰ্ব্ব তীথপৰ।
...য় পৈতৃক ... সথৰা ... ॥
গোকুলে যাইবাক পাচে কৰিলন্ত চিন্তি ॥ ৮...
সেহি সময়ত বসুদেৱ মহামানি।
মনি মুক্তা মানিক্য সুবৰ্ণ দিলে আনি ॥
অগ্নি শুদ্ধ বস্ত্ৰ হিৰা ৰত্ন আদি কৰি।
নন্দ যসোদাক বস্তু দিলন্ত সাদৰি ॥ ৮৯
শ্বেত অশ্বগজেন্দ্ৰ সুবৰ্ণ ৰথ সাৰ।
বসুদেৱে আনো দ্ৰব্য দিলন্ত অপাৰ ॥
অক্ৰুৰ উদ্ধৱ আদিকৰি বন্ধু গনে।
নানা দ্ৰব্য ধন ৰত্ন দিলা ৰঙ্গ মনে ॥ ৯০
ৰসুদেৱ অক্ৰুৰ উদ্ধৱ মহামন্ত।
দৈবকী সহিতে নাৰীগন চলিলন্ত ॥
নন্দ যসোদাক আগ বাঢ়ি সবে গৈলা।
মনত বিষাদে কতো দুৰে গৈয়া ৰৈলা ॥ ৯১
নন্দ যে যসোদা গোপ গোপী নিৰন্তৰ।
কালিন্দ্ৰী নিকট পায়া কান্দিলা বিস্তৰ ॥
সবেয়ো পসিল গৈয়া গোকুল নগৰি।
কৃষ্ণক চিন্তিয়া ৰৈলা অতি শোক কৰি ॥ ৯২
পুত্ৰ শোকে কুন্তীদেবি সবে বিয়াকুল।
বসুদেৱে মনি ৰত্ন দিলন্ত বিপুল ॥
আপোনাৰ স্থানে চলি গৈলা কুন্তীসতি।
মহেৎসৱ জজ্ঞঁ যেবে ভৈলা সমাপতি ॥ ৯৩
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
উপনয়নৰ কথা অতি মনোহৰ ॥
একাধিক শত অধ্যায়ৰ মনোৰম
ইহাক শুনিয়া পাইবা গোলোক উত্তম ॥ ৯৪
নিৰন্তৰে সবে নৰে এৰি আন কাম।
সংসাৰ তৰিবা যেবে বোলা ৰামৰাম ॥

——— ———

উগ্ৰ... বৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ ...।
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰব... ১৩৬
...অধিক শত অধিক উত্তম
নাৰায়ণ বদতি হৰা নৰোত্তম ॥ ১৮৮
কহো আৰো কৃষ্ণকথা শুনি... আন কাম
ৰাম কৃষ্ণ সান্দিপনি গৃহক চলিলা।
সান্দিপনি তানভাৰ্য্যা দুহাঙ্কো নমিলা ॥
ৰত্নমনি দিয়া দুইহাঙ্কো প্ৰনামিলা।
দুয়ো ভাইক সান্দিপনি আশীৰ্ব্বাদ দিলা ॥ ৯৬
গুৰুক প্ৰনামি পাচে দেৱ নাৰায়ণ।
বিনয় পুৰ্ব্বক হৰি বুলিলা বচন ॥
বিদ্যা লভিবাক মনে আইলো মহামতি।
বাঞ্ছিত বিদ্যাক দান কৰিও সম্প্ৰতি ॥ ৯৭
যেবে বিদ্যা ভিক্ষা কৰিলন্ত যদুপতি।
পৰম আনন্দে ঋষি কৰিলন্ত তুতি ॥
সান্দিপনি নিগদতি তুমি নিৰাকাৰ।
পৰমাত্মা পৰম্ব্ৰহ্ম ধৰিছা সংকাৰ ॥ ৯৮
পৰব্ধাম পৰমীশ সমস্ততে পৰ।
মোহৰ সমক্ষি তুষ্ট হুয়ো মহেশ্বৰ ॥
পুৰান পুৰুষ শ্ৰেষ্ঠ পুৰুষ উত্তম।
তোমাক ভজনে নাহি কয় পুনু জন্ম ॥ ৯৯
নিৰাকাৰ নিৰিহ নিৰ্গুন নাৰায়ণ।
স্বেচ্ছাময় জ্যোতিৰূপ তুমি নিৰঞ্জন ॥
ভক্তৰ কাৰণে দেহ তযু বিৰম্বঁন।
ভক্ত বাঞ্ছা কল্পতৰু দৈবকী নন্দন ॥ ১০০
মায়াকৰি বালৰূপ ধৰিছা এখন।
ব্ৰহ্মাহৰ অনন্তেয়ো কৰয় বন্দন ॥
ভুমি ভাৰ হৰিবাক দেৱ নাৰায়ন।
ইতো ৰূপ ধৰি আচা জগত কাৰণ ॥ ১০১
দ্বিভূজ মুৰুলি হাতে স্যামল সুন্দৰ।
চন্দনে লিপিত সৰ্ব্ব অঙ্গ মনোহৰ ॥

ঞ্চিত ॥
সোশোভন।
ন্দৰ্প্পক নিন্দি কৰয় ৰঞ্জন ॥ ১০৩
দেৱ দেৱ জগন্নাথ ত্ৰৈলোক্য মোহন।
বৰদৰো বৰদাতা তুমি নাৰায়ন ॥
বেদৰ জনক যিতো তাহাৰ কাৰণ।
লোকৰ শিক্ষাৰ অৰ্থে তোমাৰ গঠন ॥ ১০৪
মোহোঁৰ পৃতিৰ অৰ্থে তযু আগমন।
পাঠ অৰ্থ তযু মোৰ মোক্ষৰ কাৰণ ॥
আত্মাৰাম পৰিপুৰ্ন বিভু নাৰায়ণ।
আজি সে সাফল জন্ম আমাৰ জিৱন ॥ ১০৫
প্ৰতিব্ৰতা সাফল সাফল তিৰ্থস্নান।
উপবাস তপ ব্ৰত সাফলযে দান ॥
মোহোৰ আশ্ৰম প্ৰভু ভৈল তিৰ্থপৰ।
তযু পাদ পদ্ম চিত্ত ভৈলেক গোচৰ ॥ ১০৬
তযু পাদ ধুলায়ে পবিত্ৰ গৃহ আতি।
অঙ্গিনাকো পবিত্ৰ কৰিলা যদুপতি ॥
তযু পাদ পদ্ম দুই ভৈলো দৰিশন।
এতেকে দুই হানো ভৈল জনম সাফল ॥ ১০৭
দুখ শোক ভোগ জন্ম কৰ্ম্ম আদি চয়।
ক্ষুধা তৃষ্ণা দম্ভ আদি জতেক আচয় ॥
যাৰতে নভজে তযু অরুন চৰন।
যাৰে তযু চৰণক নোতো দৰিশন ॥ ১০৮
সেহি কাল দুখ আদি সমস্তে থাকয়।
তোমাৰ ভকত বিনে একো দুগুচয় ॥
কালৰো যে মহাকাল শ্ৰেষ্ঠাৰোযে, শ্ৰেষ্ঠা ॥
তুমি সমস্তৰ মুক্ষ্য দাতা সৰ্ব্ব দ্ৰষ্টা ॥ ১০৯
কৃপা কৰা কৃপানাথ দৈৱকী নন্দন।
আমি দুইৰো মায়া মোহ কৰিয়ো চেদন ॥

দুই হানো সমান্ধে তুষ্ট ভৈলা যদু ॥ ১১০
সলোতক হুয়া সান্দিপণি ভাৰ্য্যামতী।
কোলাত কৃষ্ণক বৈসাইলন্ত কৰি ভক্তি ॥
আপোন স্তনক পান কৰাইলা প্ৰেমত।
পুৰ্ব্বত দৈৱকী দেৱী পিয়াইলা যিমত ॥ ১১১
শ্ৰীকৃষ্ণ বদতি মাতৃ কিয় কৰা তুতি।
দুগ্ধ মুখ বলে আমি আতি শিশুমতি ॥
মিচাৰুপ প্ৰকৃতিৰ ইতো কলেৱৰ
তেজি দুয়ো যাইবা মোৰ গোলোকনগৰ ॥ ১১২
জন্ম মৃত্যু জৰাব্যাধি যিতো দেহে নাই
নিত্য সনাতন দেহ ধৰি সমুদাই ॥
এহি বুলি কৃ দেৱ ভৈলা নিশবদ।
এক মাসে চাৰিবেদ পঢ়িলা সম্পদ ॥ ১১৩
আনো নানা সাস্ত্ৰ পঢ়াইলন্ত মুনিবৰ।
চতুঃ ষষ্টি কলাকো সিখাইলা ৰুচিকৰ ॥
ৰাম কৃষ্ণ দুয়ো ভাই ভক্তি ভাৱ কৰি।
পঢ়িলন্ত সাস্ত্ৰ গন গুৰুক সাদৰি ॥ ১১৪
মৃতক পুত্ৰক আনি দক্ষিণা দিলন্ত।
ভাৰ্য্যাসমে সান্দিপণি আনন্দে লৈলন্ত ॥
পঞ্চলক্ষ মনি তিনি লক্ষ ৰতনৰ।
চাৰিলক্ষ হিৰা দিলা আতি মনোহৰ ॥ ১১৫
পঞ্চ লক্ষ মুক্তা দুই লক্ষ মানিকৰ।
ত্ৰৌলোক্য দুৰ্ল্লভ বস্ত্ৰ দিলা ৰুচিকৰ ॥
দুৰ্গাদেৱী যিতো হাড় কৃষ্ণত অৰ্পিলা।
ৰত্নৰ আঙুষ্ঠি সমে সেহি হাড় দিলা ॥ ১১৬
সুবৰ্ণৰ দশকোটি দক্ষিনা দিলন্ত।
দুয়োভাই গুৰু পাৱে পাচে নমিলন্ত ॥
অমুল্য ৰত্নৰ অলঙ্কাৰ সোশোভন।
গুৰুৰ ভাৰ্য্যাক দিলা নাৰীৰ ভুষণ ॥ ১১৭
অগ্নি শুদ্ধ বস্ত্ৰ দুই আতি মনোহৰ।
গুৰুৰ পুত্ৰীক দিলা দেখিতে সুন্দৰ ॥

...বতী বদৰি... শুদ্ধ সৰ্ব্ব তীথপৰ।
...ৰ পৈতৃক ... মথুৰা
ৰাম ... যত দ্ৰব্য পুত্ৰত অৰ্পিলা॥
তাত পাছে গোলোকৰ বিমান আসিলা।
ভাৰ্য্যা সমে মুনি গোলোকক চলি গৈলা॥
পুৰাণৰ ইতো কথা শ্ৰদ্ধায়ে শুনয়।
কৃষ্ণত ভকতি বাঢ়ে নাহিকে সংশয়॥ ১১৯
শুনা সভাসদ পদ পৰিহৰি কাম।
পাতক চাড়োক ডাকি বোলা ৰাম ৰাম॥

---

## শ্ৰীকৃষ্ণৰ আজ্ঞাত দেৱতা সকলৰ আগমন। ছবি॥

নাৰায়ণ নিগদতি শুনা ঋষি মহামতি
দ্বাৰকা বৰ্ণন কথা সাৰ।
ৰাম কৃষ্ণ দুয়ো ভাই পঢ়ি শাস্ত্ৰ সমুদাই
মথুৰা পসিলা পুনুৰ্বাৰ॥ ১২০
ৰাম কৃষ্ণ ভগৱন্ত পিতৃ মাতৃ নমিলন্ত
ভক্তি ভাৱে প্ৰনাম কৰিলা।
পাছে ৰাম নাৰায়ণ বট মুলে সুশোভন
তাৰ তলে দোভায়োঁ বসিলা॥ ১২১
পৰম সাদৰ কৰি লৱনুসাগৰে হৰি
মনত স্মৰিলা যেতিক্ষন।
স্বামীৰ আজ্ঞাক জানি সমুদ্ৰয়ে মহামানি
আগে আসি ভৈল উপসন্ন। ১২২
বিশ্ব কৰ্ম্ম দেৱতাক স্মৰিলন্ত পুনুৰ্ব্বাৰ
স্মৰিলন্ত চক্ৰ সুদৰ্শণ
কৌমদকী মহাগদা স্মৰিলন্ত কৃষ্ণে তদা
স্মৰিলন্ত সংখ পাঞ্চজন্য॥ ১২৩
বৈকুণ্ঠৰপৰা নামি কৃষ্ণৰ সমিপে আসি
কৃষ্ণ সমিপত ৰহিলন্ত।
কোটি সূৰ্য্য কান্তি সম প্ৰকাশয় নিৰুপম
সুদৰ্শণ চক্ৰ আসিলন্ত॥ ১২৪

উগ্ৰ ...বৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ ...
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰবন্ধ ১৩৬
... অধিক শত অধিক উত্তম
দেখি হৰা নৰোত্তম॥ ১৮৮
ৰত্নযান আগকৰি ...গৰুড়স্থান কাম
কৃষ্ণক প্ৰনামি ৰহিলন্ত।
বিশ্বকৰ্ম্ম সিষ্য সমে আজ্ঞা মানি নিৰুপমে
কৰ্ম্মী সিন্ধুপতি আসিলন্ত। ১২৬
শিৰে দণ্ডৱতে পড়ি প্ৰনামিলা ভক্তি কৰি
পুনৰপি প্ৰনাম কৰিলা।
মুখে অল্প হাস্যকৰি সাদৰিয়া দেৱহৰি
সবাহাঙ্কে বচন বুলিলা॥ ১২৭
কৃষ্ণে বোলে সিন্ধুপতি স্থান দিয়া মহামতি
সাজিবাক মোহোৰ নগৰ।
শতেক যোজন সাৰ ভুমি দিয়া মোক ব্ৰাড়
হৈবে তাত পুৰ মনোহৰ॥ ১২৮
হে বিশ্বকৰ্ম্মসাৰ মোৰ নগৰক আৰ
নিৰ্ম্মান কৰিয়ো ভালকৰি।
তিনিলোকে যেন নাই নগৰক নিৰ্ম্মা যাই
বিলম্বক তুমি পৰিহৰি॥ ১২৯
বাঞ্চা যাই যেন স্ত্ৰীৰ সমস্তৰে মনোহৰ
ভক্তৰ বাঞ্চিত ৰুচিকৰ।
সমস্তে স্বৰ্গত কৰি শ্ৰেষ্টপুৰ নিৰ্ম্মিয়োক
বৈকুণ্ঠ সদৃশ মনোহৰ॥ ১৩০
পক্ষী গন মধ্যে সাৰ গৰুড় মোহোৰ যান
মোৰ আজ্ঞা ধৰা পক্ষীবৰ।
বিশ্বকৰ্ম্ম সমিপত দিনত নিশাত থাকা
যাৰে নোহে দ্বাৰকা নগৰ। ১৩১
দিনত নিশাত মোৰ সমিপত চক্ৰঘোড়
স্থিতি হুয়া থাকা সৰ্ব্বদাই।
কৃষ্ণক প্ৰনাম কৰি কৃষ্ণ আজ্ঞা শিৰে ধৰি
চক্ৰো ৰহিলন্ত সেহি ঠাই॥ ১৩২

কৰি ॥ ১৩৩
...সাৰ প্ৰাঞ্চ জন্য সংখৰৰ
...ৰ সমিপে ৰহিলন্ত।
দাৰুকে সহিতে ৰথ ৰক্ষিলন্ত মনোগত
কৃষ্ণক সদায় বহিলন্ত। ১৩৪
শুনা নৰ নাৰী লোক কৃষ্ণ পদে ভজিয়োক
তেজিয়োক বিষয়ৰ কাম।
পাতকৰ বৃন্দাগাৰ কৃষ্ণ নাম কৰা সাৰ
ডাকি সবে বোলা ৰাম ৰাম॥ ১৩৫

---

## দ্বাৰকা নগৰ নিৰ্ম্মান।

পদ।

যৱনক আগকৰি জড়াসন্ধ ৰাজা।
আসিয়া ভৈলেক লগে অক্ষৌহিনি প্ৰজা॥
মুচকুন্দ দ্বাৰা হৰি যৱন মাৰিলা।
পাছে জড়াসন্ধ সৈন্য সকলো বধিলা॥ ১৩৬
জড়াসন্ধ জিনি যেবে মাধৱে আছন্ত॥
সেহি বেলা বিশ্বকৰ্ম্মে তুতিক কৰন্ত॥
সলোতক ভক্তিভাৱে পুলক শৰীৰ।
কৃতাঞ্জলি কৰি বানি বুলিলা ৰুচিৰ॥ ১৩৭
বিশ্বকৰ্ম্ম নিগদতি জগত ঈশ্বৰ।
যতেক যোযান পন্থ নিৰ্ম্মিবো নগৰ॥
ইন্দ্ৰ-নীল মৰকত পলঙ্গী ৰচক।
পদ্মৰাগ পাৰিভদ্ৰ মণি স্যমন্তক॥ ১৩৮
চন্দ্ৰকান্ত সূৰ্য্যকান্ত গালিম গন্ধক।
নানা সুমঙ্গল মণি দিবোহো ফটিক॥
জালধীয়া বৰ্ণ-মালী গোৰখ্য শুস্যাম।
গোৰোচনা বৰ্ণ কতো পিত অনুপাম॥ ১৩৯

...বিজ সমকতো মণি ৰুচিকৰ॥
নীল বৰ্ণ কতো মণি বৰ্ণ কমলৰ।
পৰম উজ্জল মণি বৰ্ণ কাজলৰ॥ ১৪০
শ্বেত চম্পকৰ বৰ্ণ মণি মনোহৰ।
কতোমণি বৰ্ণ হোৱে তপ্ত কাঞ্চনৰ॥
স্বৰ্ণ শত মূল্যহৰে এৰ্কৈক মণিৰ।
অল্পবক্ত মণি কতো পৰম ৰুচিৰ॥ ১৪১
হীৰা মুক্তা মাণিক ৰজত স্থান সাৰ।
যথা যোগ্য যেনমতে গৃহ আপোনাৰ॥
মণিময় যৈত স্থান কৰিয়ো নিৰ্ম্মান।
সমস্তে স্থানৰ কথা কৰিবো বিধান॥ ১৪২
দিন নিশা অৱসানে কৰিবো নিৰ্ম্মান।
কহিয়োক প্ৰভু যেন হোৱে স্থান থান॥
যাৱতে নিৰ্ম্মান কৰো দ্বাৰকা নগৰ।
হৃদি স্থিতি হুয়া বোধ দিবা দামোদৰ॥ ১৪৩
আত অনন্তৰে যক্ষ কুবেৰে পাঞ্চিলা।
সাতলক্ষ যক্ষ আসি তেখনে মিলিলা॥
কৈলাসৰ পৰা হৰে আদেশ কৰিলা।
বেতাল কুস্মাণ্ড লক্ষ লক্ষ আসি ভৈলা॥ ১৪৪
পাৰ্ব্বতী গোসানী পাছে পাঞ্চিয়া দিলন্ত।
দৈত্য যে দানৱ গন আইল অপৰ্য্যন্ত॥
কৃষ্ণ নিগদতি বিশ্বকৰ্ম্ম তুমি সাৰ।
হৈবেক মোহোৰ ভাৰ্য্যা যোড়ষ হাজাৰ।১৪৫
অষ্টাধিক শত পত্নী আতি মনোৰম।
তাসম্বাৰ দিবা গৃহ কৰা নিৰোপম।
গড়ৰ নিয়ম নিৰ্ম্মিবাহা উচ্চ কৰি।
তাহাৰ পৰীক্ষা দিবা লংঘিবে নপাৰি॥১৪৬
অভ্যান্তৰ কৰিবাহা সক্ৰুৰ দুৰ্গম।
মনিময় বত্ন ময় কৰিয়ো উত্তম॥
দ্বাদশ দ্বাদশ দিবা বেহু ভালমত।
সিংহ দ্বাৰ নিৰ্ম্মিবাহ গড়ৰ অগ্ৰত॥ ১৪৭

বৰ্ত্তা বদতি ... বৃক্ষ সৰ্ব্ব তীথপৰ।
চিত্ৰ বিচিত্ৰ বৰিবাহা মনোহৰ ॥
নিসিদ্ধ বৃক্ষক নলগাইবা নগৰত।
প্ৰসিদ্ধ সুবৃক্ষ নিয়োযিবাহা গৃহত। ১৪৮
ভালমতে কৰিবাহা মন্দিৰ সুন্দৰ।
অঙ্গিনাকো নিৰ্ম্মিবাহা কৰি মনোহৰ ॥
যাদৱৰো আশ্ৰম কৰিবা ভাল মত।
দাসৰো নিৰ্ম্মিবা গৃহ সেহি আশ্ৰমত ॥১৪৯
সমস্ততে কৰি উগ্ৰসেনৰ নিলয়।
কৰিবাহা মাৰধানে গৃহ ৰত্নময় ॥
মোৰ পিতৃ বসুদেৱ সবাতে উত্তম।
নিৰ্ম্মিবাহা ভাল কৰি তাহান আশ্ৰম ॥ ১৫০
বিশ্বকৰ্ম্মা নিগদতি প্ৰভু নাৰায়ণ।
কোন কোন বৃক্ষ ভাল গৃহৰ কাৰণ ॥
কোন বৃক্ষ সমুদাই অশুভ কৰয়।
গৃহৰ কোনবা দিশে জলভদ্ৰ হয় ॥ ১৫১
কোনবা দিশত জলে অভদ্ৰ কৰয়।
গৃহৰ কোনবা দিশে সদাকৰে ভয়।
গৃহৰ কোনবা দিশে বৃক্ষ ভদ্ৰ হয়।
কোনবা দিশত অমঙ্গলক কৰয় ॥ ১৫২
দীৰ্ঘে প্ৰস্তে হৱে যেন গৃহৰ প্ৰমান।
অঙ্গিনাৰ যেন মান কহ ভগবান ॥
কোন দিশে গৃহৰ কৰিবো পুষ্পবাৰি।
গড়ৰ প্ৰমান মোত কহিয়ো মুৰাৰি ॥ ১৫৩
খাৰৈৰ প্ৰমান আৰু দ্বাৰৰ প্ৰমান।
সমস্তকে কহা মোক দেৱ ভগবান ॥
কোন বৃক্ষ কাষ্ঠ হৱৈ প্ৰসস্ত গৃহত।
কোন বৃক্ষ কাষ্ঠ অমঙ্গল অপ্ৰসস্ত ॥ ১৫৪
যদি যোগ্য হওঁ আমি প্ৰভু নাৰায়ণ
সমস্তে কহিয়োঁ শুভ অশুভ কাৰণ ॥
ভগৱন্ত নিগদতি বিশ্বকৰ্ম্মা সাৰ।
শুভাশুভ বৃক্ষ কথা কৰিবো প্ৰচাৰ ॥ ১৫৫

উগ্ৰ ... বৰ্ত্তৰ পদ শ্ৰী ...।
দ্বাৰকা নিৰ্ম্মান কথা মহা পুন্যবন্ত ৮৩৬
... অধিক শত অধিক উত্তম
পুৰ্ব্বে পুত্ৰ ... হৱা নৰোত্তম ॥ ১৮৮
এহি বৃক্ষসব যদি অশ্ৰিমান কান
গৃহৰ সম্পতি হৱে জানিবা নিশ্চয়
আম জাম ডালিম্ব কদলি বৃক্ষ চয়।
পুৰ্ব্বে বৃক্ষ হয় দক্ষিণত মিত্ৰ হয় ॥ ১৫৭
সমস্তে বৃক্ষক শুভ ফলক দিৱয়।
সুত ধন প্ৰাপ্তিকৰে এহি বৃক্ষচয় ॥
গুৱা বৃক্ষে হৰ্ষ দিয়ে পছিমে দক্ষিনে।
আন দিশে শুভ সুখ কৰয় ইশানে ॥ ১৫৮
সৰ্ব্ব দিশে চম্পা বৃক্ষে শুভক দিৱয়।
অলাবু কুস্মাণ্ড দুয়ো গৃহে শুভ হয় ॥
খৰমুজা চিণ্ডাল বাৰিত শুভ হয়।
বাৰ্ত্তাকি বেহুৱা শুভ ফলক দিৱয় ॥ ১৫৯
প্ৰসস্ত বৃক্ষৰ কথা কহিলোহো সাৰ।
নিসিদ্ধ বৃক্ষৰ কথা কহো শুনা আৰ ॥
বন বৃক্ষ নিসিদ্ধ হোৱয় আশ্ৰমত।
নগৰে নিসিদ্ধ আতি নিসিদ্ধ গৃহত ॥ ১৬০
বট বৃক্ষ গৃহে আতি নিসিদ্ধ কৰয়।
বাৰিত থাকিলে চোৰ ভয় সদা হয় ॥
গ্ৰাম মাঝে নগৰত নাহিকয় ভয়।
দৰ্শণত পুন্য হোৱে নাহিকে সংশয় ॥ ১৬১
নিসিদ্ধ শিমলু বৃক্ষ পুৰ নগৰত।
সততে দুখক দিয়ে বাৰি প্ৰদেশত ॥
বাৰিতো নিসিদ্ধ গৃহে সদা হোৱে ভয়।
এতেকে শিমলু বৃক্ষ তেজিবে লাগয় ॥১৬২
ধনহানি পুত্ৰ হানি শাল্মলি কৰয়।
বাৰি মধ্যে সবে তাক নিসিদ্ধ কৰয় ॥
তেন্তেলি বৃক্ষক সদা বৰ্জিবা নিশ্চয়।
ধন হানি পুত্ৰ হানি কৰে নানা ভয় ॥ ১৬৩

...দিয়য় ॥ ১৬৪

...ধীত্যে মঙ্গল দিয়য় ।

...গৃহতো সদা শুভক কৰয় ॥

ইক্ষু বৃক্ষে সদা শুভ কৰয় মঙ্গল ।
অশোক কদম্ব সদা কৰে অমঙ্গল ॥ ১৬৫

কচু যে হৰিদ্ৰা আদা গৃতে কৰে ভয় ।
বাৰিৰ দ্বাৰত শুভ ফলক দিয়য় ॥
তাৰিতকি শুভ হোৱে গ্ৰাম নগৰত ।
অসুখ কৰয় সিতো বাৰি প্ৰদেশত ॥ ১৬৬

আমলক্ষি বৃক্ষৰ জানিবা সেহিনয় ।
চনকাদি বৃক্ষ হোৱে জানিবা শোভয় ॥
ভেটিত থাকয় যদি গজ অস্থি চয় ।
সততে শুভক দিয়ে শুভৰ আলয় ॥ ১৬৭

উচ্ছশ্ৰবা ঘোটকৰ থাকে অস্থিগণ ।
সিতো গৃহস্থৰ ভেটি জানিবা শোভন ॥
গৰু গাধ কুকুৰ মাৰ্জাৰ শৃগালৰ ।
অশুভ কৰয় অস্থি বানৰ নৰৰ ॥ ১৬৮

এৰকৰ বৰাহৰ অশুভ পক্ষীৰ ।
অশুভ কৰয় অস্থি ভিতৰে তিত্তিৰ ॥
গৃহৰ পূৰ্বত আৰু ঐশাণ কোনত ।
জলে শুভ কৰে জানা উত্তৰ পছিমত ॥ ১৬৯

গৃহৰ অন্যত্ৰ দিশে জল স্থিত হয় ।
সদায় অশুভ কৰে গৃহৰ নিশ্চয় ॥
দীৰ্ঘে প্ৰস্থে অষ্ঠ অঙ্ক হৈলৱা মন্দিৰৰ ।
তিনিৰে কাটিলে যিবা থাকয় অঙ্কৰ ॥ ১৭০

এক দুই ৰৈলে গৃহ শোভন হোৱয় ।
শুন্য ৰৈলে সৰ্ব্ব শুন্য গৃহে তাৰ হয় ॥
দীৰ্ঘে তিনিহাত পথালিয়ো তিনি সাৰ ।
প্ৰকাৰ গৃহৰ এহি শুভ যে দুৱাৰ ॥ ১৭১

...চো ন্দনাদি কে কৰিবেক দ্বাৰ সাৰ ॥
চতুৰস্ৰ হৈলে চন্দ্ৰ বেদ বুলি কয় ।
বৰ্তুল আকাৰ হৈলে সূৰ্য্য বেধ হয় ॥ ১৭২

গৃহ আঙ্গিনাৰ চন্দ্ৰ বেধ শুভ হয় ।
গৃহ আঙ্গিনাৰো সূৰ্য্য বেধ কৰে ভয় ॥
গৃহৰ আগত নৰে তুলসী থাপিব ।
ধন পুত্ৰ হৰি ভক্তি পূন্যক লভিব ॥ ১৭৩

প্ৰভাতে তুলসী যিতো কৰে নিৰীক্ষন ।
স্নান দান ফল পাৱে জানা সিতো জন ॥
মালতী যুতিকা কুন্দ মাধবী অপাৰ ।
কেতেকী মল্লিকা কাঞ্চন নাগেশ্বৰ ॥ ১৭৪

বকুল বন্দুাল আদি কৰি পুষ্প চয় ।
গৃহৰ সমিপে শুভ ফলক দিয়য় ॥
অপৰাজিতা ও পুষ্প বাৰিত শোভন ।
গৃহাশ্ৰমী গৃহে জানিবাহা অশোভন ॥ ১৭৫

যোড়স হস্তৰ উৰ্দ্ধ শুনা মহাশয় ।
নকৰিব গৃহ নৰে সদা হোৱে ভয় ॥
বিংশতি হস্তত কৰি গৃহ দেৱতাৰ ।
উৰ্দ্ধ নকৰিব ভয় মিলয় অপাৰ ॥ ১৭৬

চিত্ৰকাৰ তৈলকাৰ হিৰাকাৰ চয় ।
স্বৰ্ণকাৰ মণিকাৰ যিতো জন হয় ॥
বাৰিমূলে গ্ৰাম মাঝে তাহাক শোভয় ।
জ্ঞানী জনে নথাপিব জানা মহাশয় ॥ ১৭৭

ব্ৰাহ্মণ ক্ষেত্ৰিয় বৈশ্য সদসুদ্ৰ সাৰ ।
বৈদ্য ভট্ট গণক অপৰ পুষ্পকাৰ ॥
এহি সব স্থাপিবেক গৃহ সমিপত ।
প্ৰস্তাৰৰ বেলা যেন পাৱয় সতত ॥ ১৭৮

বিংশতি হাতৰ উৰ্দ্ধ গড় নকৰিব ।
পথালিয়ে শত হাত থাইক নিৰ্ম্মিব ॥
গৃহৰ সমস্ত পাৰ্শ্বে নিৰ্ম্মান কৰিব ।
গম্ভিৰত দশহাত খাতক কৰিব ॥ ১৭৯

...বতী বদৰি... ...দ্ধ সৰ্ব্ব তীথপৰ ।
হেনয় পৈতৃক ভুমি মথুৰা নগৰ ॥
...মিত যিটো কৰ্ম্ম...
...ঙ্গিনা শোভয় ...ধ্বেক সাৰ ॥
যান ৰক্ষক সবাৰ ॥ ১৮০
শাথলি তেন্তেলি হিন্তালযে সিন্ধুবাৰ ।
বট লেম্বু ধুথুৰা পেৰণ্ডা উডুম্বৰ ॥
এহি বৃক্ষ কাষ্ঠ গৃহে নিসিদ্ধ হোৱয় ।
বজ্ৰাঘাত ভয়ে কাষ্ঠ বৰ্জিবা নিশ্চয় ॥ ১৮১
পুত্ৰ ধন দাৰা হানি সি পুনু কৰয় ।
এতেকেসে সেহি বৃক্ষ বৰ্জ্জিবে লাগয় ॥
বিশ্বকৰ্ম্ম আগে যেবে প্ৰভু ভগৱন্ত ।
গৃহ নগৰৰ কথা কহিয়া আছন্ত ॥ ১৮২
আত অনন্তৰে কথা শুনা মুনিবৰ ।
সমুদ্ৰ সমিপে বট মুল মনোহৰ ॥
তাৰতলে নিশা শিল্প অণুগে সহিতে ।
গৰুড় সুতিলা বিশ্বকৰ্ম্ম সমন্নিতে ॥ ১৮৩
স্বপ্নে দ্বাৰৱতি পুৰ গৰুড়ে দেখিলা ।
বিশ্বকৰ্ম্ম আগে যেন মতে কৃষ্ণে কৈলা ॥
যিমুত লক্ষ্যণ যেন মত নগৰৰ ।
সেহিমতে দেখিলন্ত সমস্ত গৰুড় ॥ ১৮৪
স্বপ্নত দ্বাৰকা দেখি গৰুড় মহন্ত ।
সিল্পীগণ সমে বিশ্বকৰ্ম্মক হাসন্ত ॥
গৰুড় সহিতে পক্ষীগণ নিৰন্তৰ ।
বুদ্ধিয়েৰে দেখিলন্ত দ্বাৰকা নগৰ ॥ ১৮৫
ব্ৰহ্মা আদি কৰি শত দেৱৰ নগৰ ।
সবাতে কৰিয়া শ্ৰেষ্ঠ আতি মনোহৰ ॥
শতেক সূৰ্য্যৰ সম কান্তি মনোৰম ।
ৰত্ন ময় গৃহ চয় সবাতে উত্তম ॥ ১৮৬
অম্ৰাৱতি পুৰ যিতো ইন্দ্ৰৰ নগৰ ।
দ্বাৰকাৰ শ্ৰীয়ে নিন্দে নাহি পটন্তৰ ॥
হেনয় দ্বাৰকা পুৰ গৰুড়ে দেখিলা ।
সিল্পী সমে বিশ্ব কৰ্ম্মে মহালজ্জা পাইলা ॥ ১৮৭

উগ্ৰ... ...বৈবৰ্ত্তৰ পদ শ্ৰী... ।
দ্বাৰকা নির্ম্মান কথা মহা পুৰ... ১৩৬
দ্বিতীয় অধিক শত অধিক উত্তম
শ্ৰৱন কীৰ্ত্তন কৰি হৱা নৰোত্তম ॥ ১৮৮
সমস্তে সমাজে ভজা তেজি আন কাম
গোলক লভিবা ৰাধা কৃষ্ণ লৱা নাম ॥

---

## দেৱমুণিসলকৰ দ্বাৰকা নগৰ দৰ্শন ।

### দূলড়ী

নাৰায়ণে বোলে শুনা মুনিবৰ
কৃষ্ণৰ কথা শোভন ।
আত অনন্তৰে আসিলা উত্তৰে
ব্ৰহ্মা আদি দেৱ গণ ॥ ১৮৯
দুৰ্গা সমে হৰ অনন্ত ভাস্কৰ
ধৰ্ম্মৰাজা হুতাসন ।
কুবেৰ বৰুণ মহেন্দ্ৰ পৱন
যম চন্দ্ৰ ৰুদ্ৰ গণ ॥১৯০
আনো দেৱচয় মুণি সমস্তয়
অষ্ট বসু আসিলন্ত ।
দ্বাদশ আদিত্য আইলা সবে দৈত্য
দেখিবাক ভগৱন্ত ॥ ১৯১
গন্ধৰ্ব্ব কিন্নৰ আদি নিৰন্তৰ
অষ্ট বসু আসিলন্ত ।
দ্বাৰকা নগৰ ৰাম দামোদৰ
দেখিবাক আসিলন্ত ॥ ১৯২
আকাশৰ পৰা বিমানে আসিয়া
বটৰ মুল পাইলন্ত ।
পাছে দেৱগণ ৰাম নাৰায়ন
দুইকো স্তুতি কৰিলন্ত ॥ ১৯৩
দ্বাৰকা নগৰ আতি মনোহৰ
মুকুতা মানিক কাম ।

...নে অনুপাম ॥ ১৯৪
...ত যোজন হৰয়
চতুৰশ্ৰ মনোহৰ।
...হন গম্ভিৰ গড় খাৰৈ সাত
বাঢ়ি আছে নগৰৰ ১৯৫
নব্ব গোটা গড় দেখি ভয়ঙ্কৰ
লক্ষ্য কুড়া সৰোবৰ।
পদ্ম অসংখ্যাত ফুলি আছে তাত
শব্দ কৰে মধুকৰ॥ ১৯৬
তিনি লক্ষ্য পুষ্প উদ্যানে ফুলয়
দেখিতে আতি শোভয়।
ফল পুষ্পগণ তাহাৰ পৱন
সুগন্ধে মন হৰয়॥ ১৯৭
মন্দ মন্দ কৰি বহয় পৱন
আতিশয় সুগন্ধিত।
চন্দনৰ বায়ু বহয় তথাত
শিতল আতি ৰঞ্জিত॥ ১৯৮
নানা তৰুবৰে দ্বাৰকা নগৰে
শোভা কৰে আতিশয়।
নাৰিকল বৃক্ষ শত কৌটি তাত
ফলে সমে প্ৰকাশয়॥ ১৯৯
তাৰ চাৰি গুণ গুৱা বৃক্ষ আছে
দেখিতে আতি শোভন।
তাৰ চাৰি গুণ আম্ৰ ও পলাশ
পকি আছে ফলগন॥ ২০০
অশ্বত্থ পাকৰি বিল্ল তাল তৰু
বদৰি আমৰা বট।
নানা ৰাও কৰি চটক সকলে
নাদয় বৃক্ষ নিকটে॥ ২০১
শিমলু কদম্ব জাম্বু বৃক্ষ চয়
নাগ ৰঙা নাগেশ্বৰ।
...ধি কে কৰিবেক দ্বাৰ সাৰি॥
জামিৰ খাজুৰে... বুলি কয়।
হৰিতকি মনোধি...
১৭২
আমলক্ষি ডেৱা শাল যে পিয়াল
হিন্তাল বৃক্ষ উত্তম॥ ২০৩
ষিৰিশ কেতিকী তমাল মালতী
সপ্ত পন্ন সুশোভন।
অসংখ্যাত তাত প্ৰকাশ কৰয়
নানা বিধ তৰু বন॥ ২০৪
ৰতনে নিৰ্ম্মিত মানিকে ৰঞ্জিত
হীৰাৰ কাম বিস্তৰ।
অসংখ্য মন্দিৰ সুন্দৰ ৰুচিৰ
ৰত্নময় মনোহৰ॥ ২০৫
কতো ৰত্নময় মানিকে জ্বলয়
ৰত্ন সয্যা আছে পাৰি।
নানা চিত্ৰ কৰি গৃহৰ উপৰি
ৰত্নকুম্ভ সাৰি সাৰি॥ ২০৬
কতো মণি ময় প্ৰকাশ কৰয়
পাতকা তাতে শোভন।
কপট কঠিন শৃংখল হীৰাৰ
চিত্ৰৰত্ন দ্বাৰ গণ॥ ২০৭
অতি দৃঢ়তৰ কিলক দ্বাৰৰ
হীৰাৰ কামশোভয়।
হালধীয়া মণি স্তম্ভ আছে গৃহে
অতিশয় প্ৰকাশয়॥ ২০৮
ৰত্নে জাতিস্কাৰ গৃহৰ দুৱাৰ
নানা চিত্ৰ আছে কৰি।
অনেক দৰ্প্পণ সূক্ষ্ম বস্ত্ৰগণ
চন্দ্ৰতাপ আছে তৰি॥ ২০৯
শ্বেত যে চামৰ অনেক শোভয়
ৰত্নকুম্ভ নানা সাৰি।

…বতী বদতি… শুদ্ধ সৰ্ব্ব তীথপৰ।
হেনয় পৈতৃক ভুমি মথুৰা নগৰ॥
… ভূমিত যিটো কর্ম… ২১০

…ঙ্গিনা শোভয় কতো মণি ময়
ইন্দ্ৰ নীল পদ্ম ৰাগ।
…বিধি ৰত্নময় প্ৰকাশ কৰয়
ৰত্নময় ৰাজমাৰ্গ॥ ২১১

গ্ৰীষ্ম মধ্যাহ্নৰ সূৰ্য্যৰ প্ৰকাশ
জ্বলে তাত ৰত্ন গণ।
গৱাক্ষ বালক্ষ জ্বলয় ৰুদ্ৰাক্ষ্য
পুতলা তাত শোভন॥ ২১২

হস্তি ঘোটকৰ সালা মনোহৰ
দেখিতে আতি শোভিত।
হেনয় দ্বাৰকা নগৰ দেখিলা
দেৱ গনে বিপৰিত॥ ২১৩

পৰম বিস্ময় ভৈলা দেৱ চয়
প্ৰভাৱ দেখি কৃষ্ণৰ।
মনত বোলন্ত প্ৰভু ভগৱন্ত
তান কৰ্ম্ম মনোহৰ॥ ২১৪

শুনা নৰ নাৰী ভজিয়ো মুৰাৰি
তেজা বিষয়ৰ কাম।
কৃষ্ণ নাম স্মৰি পাপক সংহৰি
ডাকি বোলা ৰাম ৰাম॥

---

## যদু বংশৰ আগমন।

### পদ॥

আত অনন্তৰে কথা শুনা মুনিবৰ।
বিস্ময় লভিলা যেবে দেৱ নিৰন্তৰ॥ ২১৫
দেখিয়া দ্বাৰকা পুৰ ৰাম দামোদৰ।
প্ৰসন্ন বদন ভৈলা জগত ঈশ্বৰ॥
সেহি বেলা কৃষ্ণে যদুবংশক স্মৰিলা।
কৃষ্ণ আজ্ঞা জানি সবে তেখনে আসিলা
…
উগ্ৰসেন বসুদেৱ আদি ক…
দৈৱকি ৰোহিণী আদি কৰিয়া সমস্ত… ২১৬
কুন্তী মাদৃ সমে পাঞ্চ পাণ্ডুৰ নন্দ…
নন্দ যশোদাক আদি কৰি গোপ গণ।
ৰাজেন্দ্ৰ মুনিন্দ্ৰ আদি কৰি সমস্তয়।
গন্ধৰ্ব্ব কিন্নৰ আদি অপস্বৰা চয়॥ ২১৭
ৰাদ্য ভণ্ড সমে যত যত বিদ্যাধৰী।
নৰ্ত্তক গায়ক ভাট যতেক কিন্নৰী॥
সবাকে স্মৰিলা মনে দেৱ নাৰায়ণ।
কৃষ্ণৰ সমিপে সবে আসিলা তেখন॥ ২১৮
বসুদেৱ আসিলন্ত দৈৱকি সহিত।
যাদৱ সহিতে উগ্ৰসেন উপস্থিত॥
গন্ধৰ্ব্ব কিন্নৰ বিদ্যাধৰ নিৰন্তৰ।
বিদ্যাধৰী কিন্নৰী আসিলা বহুত্তৰ॥ ২১৯
ৰাদ্য ভাণ্ড বাদক যে নৰ্ত্তক গায়ন।
ভিক্ষুক গণক আসিলন্ত ভট্ট গন॥
নানা দেশ হন্তে আইলা ৰাজা নিৰন্তৰ।
বৈস্য শুদ্ৰ আদি আসিলেক আনো নৰ॥ ২২০
জতী ব্ৰহ্মচাৰী অৱধূত যে সন্ন্যাসী।
সিদ্ধ মুণি আসিলন্ত সবে তিৰ্থ বাসী॥
সনক সনন্দ তৃতিয় যে সনাতন।
সনত কুমাৰ সমে আইলা চাৰিজন॥ ২২১
তিনি কোটি সিষ্য সমে পঞ্চব্ৰজ ঋষি।
তিনি লক্ষ সিষ্য সমে দুৰ্ব্বাসা হৰিষি॥
তিনি লক্ষ্য সিষ্য সমে কাস্যপ আসিল।
আৰু তিনি লক্ষ্য সমে বাল্মিকি আসিল॥ ২২২
লক্ষ্য সিষ্যে গৌতমে ত্ৰিকোটি বৃহস্পতি।
ত্ৰিকোটি সিষ্যেৰে আইলা শুক্ৰমহামতি॥
তিনি লক্ষ্য সিষ্য সমে আইলা ভৰদ্বাজ।
তিনি কোটি সিষ্যে অঙ্গিৰা ঋষিৰাজ॥ ২২৩
তিনিকোটি সিষ্য সমে প্ৰচেত আসিল।
তিনিকোটি সিষ্য লগে বসিষ্ঠ পশিল॥

...লন্ত পুলহ অপৰ।
... আসিলন্ত ক্রতু মুনিবৰ॥ ২২৪
... সিষ্যসমে অপৰ পুলস্তি।
...নকৌটি সিষ্যসমে আসিল অগস্তি॥
...ৌটি সিষ্যসমে আইলা অত্রি যে অপৰ।
পঞ্চকৌটি সিষ্যসমে ভৃগুঋষিবৰ॥ ২২৫
ত্রিংষয় হাজাৰে আইল সতানন্দ ঋষি।
তিনিকৌটি সিষ্যসমে মৰিচি হৰিষি॥
তিনিকৌটি সিষ্যে ঋষ্যশৃঙ্গ বিভাণ্ডক।
কৌটিসিষ্য পশিলি সহস্রে জাজ্ঞবল্ক॥ ২২৬
তিনিলক্ষ্য কাত্যায়ন আসিল হৰিষি।
তিনিকোটি সিষ্য সমে ব্যাস মহাঋষি॥
তিনি তিনি কোটি সিষ্যে শুক্র পৰাসৰ।
তিনিকোটি কলাদ তৃকোটি শ্রৱনৰ॥ ২২৭
তিনি লক্ষ্য সিষ্য সমে গর্গ পুৰুহিত।
গাল্লৱ আসিল সিষ্য তৃলক্ষ্য সহিত॥
তৃতয় হাজাৰ সমে সৌভৰি আসিলা।
তৃকৌটি সিষ্যৰলগে লোমস পসিলা॥ ২২৮
তিনিকোটি সিষ্যলগে মার্কণ্ডেৱৰৰ।
তিনি লক্ষ্য সম্বর্ত্ত অসিলা তাতপৰ॥
সেহিমতে উতথাৰ লগে সিষ্যগন।
হাজাৰ তৃিতয়ে জৈমুনি তপোধন॥ ২২৯
লক্ষ্য সিষ্যে পৌলঋষি আইলা তাতপৰ।
সহস্রত্রিতয়ে সুমন্ত যে মুনিবৰ॥
বৈসম্পায়নৰ সিষ্য জানা সেহিমত।
তিনিকোটি সিষ্য বাম দেৱৰ লগত॥ ২৩০
জৈগিসব্য লগে সিষ্য ত্রিকোটি আসিলা।
কৌটি সিষ্যে বটু ঋষি তথায়ে ৰহিলা॥
সান্দিপানি দেৱাল বাসৱ মুনিবৰ।
ত্রিকোটি তিনিৰো লগে আসিল সত্বৰ॥২৩১
আনো নাৰায়ণী ঋষি গৌলা অনন্তৰ।
তৃকোটি সিষ্যেৰে আইলা নৰ সহোদৰ॥
...ঋষি কে কৰিবেক দ্বাৰ সাৰ॥
তিনিকোটি সিষ্যলগে কলুমহাঋষি।
তিনিকোটি সিষ্যলগে আস্তিক হৰিষি॥
তিনিকোটি সিষ্যলগে পৰ্শুৰাম ঋষি।
লক্ষ্যসিষ্যে আসিলন্ত পৰম হৰিষি॥ ২৩৩
লক্ষ্য সিষ্যে বৎস মুনি আসিলা হৰিষি
তিনিলক্ষ্য সিষ্য লগে আইলা দক্ষবৰ।
লগে পঞ্চ লক্ষ্য আইলা সিষ্য কপিলৰ॥
লক্ষা সিষ্যে আসিলন্ত ধৌম পুৰু গণ।
লক্ষ্য সিষ্যে শৃঙ্গ ঋষি আসিলা উত্তম॥ ২৩৪
সেহিমতে সিষ্যলগে উপমন্যু ঋষি।
সহস্রেৰে গৌৰমুখ আসিলা হৰিষি॥
লক্ষা সিষ্যে আইল গুৰু পুত্র কৰবৰ।
অন্যো ঋষি আসিলন্ত সিষ্য নিৰন্তৰ॥ ২৩৫
অস্বথামা দ্রোন কৃপ সিষ্যসমন্নিত।
পৰম আনন্দে সবে ভৈলা উপস্থিত॥
ভিস্ম দ্রোন সকুনি আইলা তাত পৰ।
ভাতৃগন সমে আসিলন্ত প্রজাগন॥ ২৩৬
সমস্তে আসিয়া পাছে সুভাশীষ দিলা।
জগত ইশ্বৰ জানি তুতিক কৰিলা॥
উগ্রসেন ৰাজা সভা মাঝে বসিলন্ত।
সেহি বেলা কৃষ্ণদেৱে বাক্য বুলিলন্ত॥ ২৩৭
ব্রহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
ৰাজাগণো মুনিগণো আনো যত নৰ॥
যাদৱ সহিতে উগ্রসেন নৃপবৰ।
সুভক্ষনে প্রবেশিয়ো দ্বাৰকা নগৰ॥ ২৩৮
মোৰ পিতৃ বসুদেৱ মাতৃগন সমে।
মহেন্দ্রক্ষেনত প্রবেশিয়ো নিৰুপমে॥
হেন বাক্য যেবে উগ্রসেনে শুনিলন্ত।
পৰম বিৰস হুয়া বাক্য বুলিলন্ত॥ ২৩৯
উগ্রসেন বদতি শুনিও কৃষ্ণ স্বামী।
পৌত্রিক ভূমিক তেজি নযাইবোহো আমি॥

বতা বদৰি… …দ্ধ সৰ্ব্ব তীৰ্থপৰ।
হেনয় পৈতৃক ভুমি মথুৰা নগৰ॥
পৰৰ ভুমিত যিটো কৰ্ম্মক কৰয়।
তাৰ পিতৃ গণে শ্ৰাদ্ধ ফলক হৰয়॥ ২৪০
পৰৰ ভুমিত পিতৃ কৰ্ম্মৰ নিস্ফল।
দেৱৰে পূজনে কিছুমাত্ৰ পাৱে ফল॥
পৈতৃক ভুমিত হোৱে সম্পুৰ্ন সফল।
দুৰ্লভ পৈতৃক ভুমি নাহি যাৰ তুল॥ ২৪১
পুত্ৰ ভাৰ্য্যা প্ৰপৌত্ৰ পালতো কৰি চাৰ।
হেনয় পৈতৃক ভুমি নেতেজিবো আৰ॥
পিতৃ মাতৃ সম নোহে পৈতৃক ভুমিৰ।
দেৱপৈত্ৰ কৰ্ম্মে ভুমি পৱিত্ৰ সুথিৰ॥ ২৪২
পৈতৃক ভূমিত দান অনন্ত হোৱয়।
পৰ ভূমি গত দান অশুদ্ধ বোলয়॥
পৈতৃক ভুমিত মৃত্যু তীৰ্থ ফল পাই।
এতেকে পৈতৃক ভুমি সম একোনাই॥ ২৪৩
পিতৃ ঘাত জলে জানা গঙ্গাজল সম।
গঙ্গাস্নান ফল তাত স্নানে নৰোত্তম॥
দেৱক পুজিলে জলে দেৱ তুষ্ট হয়।
পিতৃক তৰ্পনে পিতৃ তৃপিতি হোৱয়॥ ২৪৪
জন্মভুমি পৈতৃকত দানক কৰয়।
দ্বিগুণ ফলক লভে জানা মহাশয়॥
ভূমি দান শান্ত ৰবি শুদ্ধ যে আশয়।
পৈতৃক ভূমিৰ তুল্য বুলিয়া কহয়॥ ২৪৫
উগ্ৰসেন বাক্য শুনি দৈৱকী নন্দন।
কহিবে লাগিলা ৰাজা শুনা দিয়া মন॥
পৈতৃক ভুমি যে তীৰ্থ সমবুলি কয়।
দ্বাৰকা সমান তীৰ্থ আন কোন নয়॥ ২৪৬
দ্বাৰকাৰ সম তীৰ্থ ত্ৰিভুবনে নাই।
ইহাত নিবাসে সৰ্ব্ব তীৰ্থ ফল পাই॥
যাহাত প্ৰবেশে মাত্ৰে জন্মৰ খণ্ডন।
দ্বাৰকাত দান শ্ৰাদ্ধ দেৱৰ পূজন॥ ২৪৭

… তীৰ্থতো কাৰ … …
এতেকে দ্বাৰকা পুৰে কা… … ২৪৮
ব্ৰহ্মা আদি দেৱগণ মুণি নি…
যাদৱ সহিতে চলা দ্বাৰকা নগৰ॥
অম্ৰাৱতী নোহে সম ইতো দ্বাৰকাৰ।
ৰত্নময় গৃহ জ্বলে অতি ঝাতিস্কাৰ।
সুধৰ্ম্মা সভাত তুমি মাহিন্দ্ৰৰ ক্ষেনে।
বসিয়োক মহাৰাজা ৰত্ন সিংহাসনে॥ ২৪৯
জম্বুঁদ্বিপে থিত ৰাজ যতেক আছয়।
সমস্তে দিয়োক কৰ তোমাত নিশ্চয়॥
দেৱগণে ইন্দ্ৰক পুজয় যেন মত।
ৰাজেন্দ্ৰৰো পুজ্য তুমি হুয়োক সিমত॥ ২৫০
কুবেৰৰ সম হোৱা তুমি ধনেশ্বৰ।
সম্পাত্তিতে ইন্দ্ৰ যেন তেজত ভাস্কৰ॥
দেৱক জিনিবা বলে পুন্যে মুনি সমে।
ত্ৰিজগত জিনিয়োক বলে পৰাক্ৰমে॥ ২৫১
উগ্ৰসেন সম ৰাজা ভূত ভবিষ্যতি।
নহৈবেক তুমি সম ৰাজেন্দ্ৰ ভূপতি॥
ৰাজাৰ সভাত বলদেৱ ভগৱন্ত।
তাৰ সব কাৰ্য্য সিদ্ধি হৈব অপৰ্য্যন্ত॥ ২৫২
যাহাৰ শিৰত বিশ্ব অসংখ্য থাকয়।
সৰ্পমধ্যে সৰ্পৰ যেহেন স্থিতি হয়॥
অনন্ত সদৃশ দেৱ নাহি বলৱন্ত।
গুণ-বল নাহি অন্ত এতেকে অনন্ত॥ ২৫৩
শঙ্কৰ বিনাই ৰুদ্ৰ অষ্ট বসুগণ।
দ্বাদশ আদিত্য ইন্দ্ৰ আদি দেৱগণ॥
তোমাক জিনিবে বলে নহৈব সামৰ্থ।
কোন গুণে ৰাজা তুমি হোৱা অসমৰ্থ॥ ২৫৪
কৃষ্ণৰ বচন শুনি যাদৱ নৃপতি।
যাদৱ সহিতে ৰঙ্গে কৰিলন্ত গতি॥
ইন্দ্ৰৰো গৃহতো কৰি শ্ৰেষ্ঠ মনোহৰ।
উগ্ৰসেন প্ৰৱেশিলা হেনয় নগৰ॥ ২৫৫

শ্ৰেষ্ঠ ৰাজাৰ নিলয়।
গৃহে প্ৰকাশ কৰয় ॥
আদি কৰি যত দ্বাৰ সাৰ।
লন্ত উগ্ৰসেনে ৰত্ন ঝাভিস্কাৰ ॥ ২৫৬
হস্তে স্থূল ধৰি আছে দ্বাৰ পাল বৰ।
সহস্ৰে সহস্ৰে ৰাখে এৰ্কৈক দ্বাৰৰ ॥
কতো দণ্ড হস্ত কতো স্থূলক ধৰিয়া।
দ্বাৰক ৰাখয় সবে সত্ৰুক সঙ্কিয়া ॥ ২৫৭
হেনয় দ্বাৰক ৰাজা উগ্ৰসেনে দেখি।
পৰম আনন্দে চাৱে চক্ষুয়ে নিৰেখি ॥
চাই সপ্তদ্বাৰে যেবে ৰাজা চলিলন্ত।
অভ্যন্তৰে সুন্দৰ মন্দিৰ দেখিলন্ত ॥ ২৫৮
কোটী মত্ত গজেন্দ্ৰৰ গৃহে দেখিলন্ত।
তাৰ চাৰিগুন গজ গম মন্দিৰত ॥
তাৰ ছয়গুন ঘোড়া আচয় শালত ॥ ২৫৯
মহাবলৱন্ত ঘোড়া উবাৰ কৰয়।
সূৰ্য্যৰ যোৰাত কৰি অধিকে চলয় ॥
শালত গজেন্দ্ৰগন প্ৰকাশ কৰয়।
ইন্দ্ৰ ঐৰাৱত সম হাজাৰ নোহয় ॥ ২৬০
অতি উচ্চ উচ্চৈশ্ৰৱ কোটিক দেখিল।
দশকোটি গৰ্দ্ধভ শালত নিৰেখিল ॥
পঞ্চলক্ষ্য সাৰথি তথায় বিৰাজয়।
তাৰ ছয়গুণ ৰথ অশ্ব প্ৰকাশয় ॥ ২৬১
ঘোড়া চয় তাৰ সম তহিত আচয়।
আনো নানা পক্ষী মৃগ তহিত শোভয় ॥
স্বধৰ্ম্ম আচাৰ সন্ত আচে অসংখ্যাত।
বিদ্যমান দেখিলন্ত সিতো দ্বাৰকাত ॥ ২৬২
নগৰৰ অভ্যান্তৰে দেৱ মুনি চয়।
দেখিলন্ত উগ্ৰসেন ৰাজা মহাশয় ॥
অগ্নি শুদ্ধ বস্ত্ৰ গন কৰয় ৰঞ্জিত,
ৰকত কম্বলে স্থান কৰয় শোভিত ॥ ২৬৩

কোটি কোটি সিংহাসন শোভিত কৰয়।
অমুল্য ৰত্নৰ স্থানচয় প্ৰকাশয় ॥
সতকোটি কিঙ্কৰে ৰাখয় নগৰক।
মহাভয় কৰি ৰাখে সুমৰি কৃষ্ণক ॥ ২৬৪
মণিময় ৰত্নময় সুধৰ্ম্মাযে সভা।
ফট ফট কৰে সত চন্দ্ৰজাৰ প্ৰভা ॥
হেনয় সভাক প্ৰবেশিল নৰেশ্বৰ।
সেহিবেলা সঙ্খধ্বনি উথিল বিস্তৰ ॥ ২৬৫
দুন্দুভি মৃদঙ্গ বাদ্য ভৈল চাৰি দিশি।
বেদ পাঠ সুমঙ্গল কৰিলন্ত ঋষি ॥
ৰাজাক দেখিয়া ৰামকৃষ্ণ ভগৱন্ত।
পৰম মঙ্গলে আগ বাঢ়ি আনিলন্ত ॥ ২৬৬
ব্ৰহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
দেৱঋষি ৰাজঋষি ৰাজেন্দ্ৰ অপাৰ ॥
ব্ৰহ্মচাৰী সন্যাসী মহন্ত সিদ্ধগন।
উঠিয়া আশীস দিলা হুয়া ৰঙ্গ মন ॥ ২৬৭
দেৱমুনি সমস্তকে ৰাজা প্ৰনামিয়া।
কৃষ্ণৰ আজ্ঞাক শিৰে ধাৰণ কৰিয়া ॥
ৰত্নময় সিংহাসনে মাহিন্দ্ৰ ক্ষনত।
বসিলন্ত উগ্ৰসেন সভাৰ মধ্যত ॥ ২৬৮
পূৰ্ব্বত বৰুণে দিলা ৰত্নৰ ভূষন।
পাৰিজাত মালা সমে দিলা নাৰায়ণ ॥
ৰত্ন ছত্ৰ দিলা বলোভদ্ৰ মহামতি।
কমণ্ডলু দিলা পাছে ব্ৰহ্মাঁ প্ৰজাপতি ॥ ২৬৯
স্থূলক দিলন্ত হৰে হাৰক মালতি।
ৰত্নৰ মালাক দিলা গোসানী পাৰ্ব্বতী ॥
আনোদেৱ গনে দিলা যৌতক বিস্তৰ;
মুনি সিদ্ধ ৰাজা গনে দিলা বহুত্তৰ ॥ ২৭০
বসুদেৱে দিলা নিয়া শ্বেত যে চামৰ।
পুৰ্ব্বে বায়ু কৃষ্ণক দিলন্ত মনোহৰ ॥
কামধেনু সুৰভিক নন্দে সমৰ্পিলা।
যসোদা দৈৱকী দুই ৰত্ন সিংহ দিলা ॥ ২৭১

... ল শ্বেত চামৰক ধৰি।
বুলিবে লাগিলা ৰাজেন্দ্ৰক মান্যকৰি ॥
কৃষ্ণ আজ্ঞা সিৰে ধৰি বাঢ়য় মহন্ত।
শিৰৰ উপৰে ধল ছত্ৰ ধৰিলন্ত ॥ ২৭২
ৰত্ন সিংহাসনে বসি ৰাজা উগ্ৰসেন।
ৰত্নৰ দৰ্পন সমে শোভে ইন্দ্ৰ যেন ॥
অতি সুমঙ্গল গীত বাদ্য নানা মত।
কৰাইলন্ত কৃষ্ণদেৱে সভাৰ মধ্যত ॥ ২৭৩
ৰাজাৰ আগত কৃষ্ণদেৱ ভগৱন্ত।
ভক্তি কৰি কৃতাঞ্জলি তুতি কৰিলন্ত ॥
ব্ৰাহ্মঁন ভিক্ষুক সবে তুতিক কাৰলা।
দেৱমুনি গনে সবে আশীৰ্ব্বাদ দিলা ॥ ২৭৪
তাৰপাছে ৰাজা ব্ৰাহ্মনক ভক্তি কৰি।
ৰতন কৌটিক দিলা দক্ষিনা সাদৰি ॥
ৰত্ন শত ভটুক দিলন্ত মহামানি।
ভিক্ষুককো সেহিমতে ৰত্ন দিলা আনি ॥ ২৭৫
দেৱ মুনি সিদ্ধ আনো ৰাজা নিৰন্তৰ।
সমস্তে আনন্দে চলি গৈলা নিজ ঘৰ ॥
সুধৰ্ম্মা সভাত প্ৰভাততে যদুগন।
ৰাজেন্দ্ৰক প্ৰনামিয়া ৰহিলা শোভন ॥ ২৭৬
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
দ্বাৰকা প্ৰবেশ কথা মহা পুৰাণৰ ॥
তৃতয় অধিক শত অধিক শোভন।
শ্ৰদ্ধায়ে শুনিয়ো কথা নৰ নাৰী গন ॥ ২৭৭
যাহাক শুনিলে কৰ্ম্ম বন্ধক এড়াই।
শ্ৰৱন কীৰ্ত্তন কৰি গোলোকক পাই ॥
পৰম আনন্দে শুনা অমৃত কৰ্ণৰ।
শৰীৰ পৱিত্ৰ কৰে অগনি পাপৰ ॥ ২৭৮
বলোৰাম দ্বিজে কহে এড়ি আন কাম।
পাতক চাৰোক ডাকি বোলা ৰাম ৰাম ॥

---

## ৰুক্মিণীৰ বিবা...

পদ

নাৰায়ণ বদতি নাৰদ মুনি...
কৃষ্ণৰ বিবাহ কথা শুনা আত পৰ ॥
বিদৰ্ভ দেশৰ ৰাজা আতি পৰাক্ৰম।
মহা পুন্য শালী যাৰ নাহিকয় সম ॥
নাৰায়ণ অংশ ৰাজা ভিষ্মক যে নাম।
দেৱভক্ত ধাৰ্ম্মিষ্ঠ ৰাজেন্দ্ৰ গুণ মান ॥ ২৮০
যাহাৰ সভাত ৰাজা সমস্তে খাটয়।
প্ৰজাৰ উচিত কৰ দণ্ডক লৱয় ॥
তান কন্যা মহা লক্ষ্মী ৰুক্মিনী হোৱন্ত।
সুন্দৰীৰ মাজে সম ৰূপ নাহিকয় ॥ ২৮১
তপ্ত সুবৰ্ণৰ বৰ্ণ নবীন যৌৱন।
নানা অলঙ্কাৰে জ্বলে ৰত্ন বিভুষন ॥
সুদ্ধ সত্য ৰূপ সত্যশালী প্ৰতিব্ৰঁতা।
নিত্যান্তে কৃষ্ণক চিন্তি থাকন্ত সুশান্তা ॥ ২৮২
অনন্ত গুনৰ শালী সত্য অনুৰতা।
ইন্দ্ৰিয় নিয়মি থাকা আতি সুচৰিতা ॥
দেহাৰ কান্তিয়ে শোভা কৰয় সুন্দৰী।
ৰমনীয়বৰ বালা নাহি যাক সৰি ॥ ২৮৩
বাল্যক্ৰিড়া কৰন্ত কৃষ্ণৰ মুৰ্ত্তি কৰি।
মুনীন্দ্ৰ মোহনী কন্যা পৰম সুন্দৰী ॥
চন্দ্ৰৰ ৰোহিনী ভাৰ্য্যা ইন্দ্ৰ বৰুণৰ।
সূৰ্য্যৰ কামিনী সংজ্ঞা পত্নী কুবেৰৰ ॥ ২৮৪
অগ্নি ভাৰ্যা স্বাহা দেবী ৰতি যে কামৰ।
আনো নানা সুন্দৰী আছয় মনোহৰ ॥
ৰুক্মিনী দেবীৰ কলা ষোৰষ ভাগৰ।
একে ভাগো সম নোহে শদৃস ৰূপৰ ॥ ২৮৫
নক্ষত্ৰৰ মাজে চন্দ্ৰ যেহেন শোভয়।
নাৰী মাজে ৰুক্মিনী যে তেন শোভা হয় ॥
সৰতৰ পুৰ্ণচন্দ্ৰ শোভে যেন মত।
সেহি মতে শোভা কৰে দেবী মন্দিৰত ॥ ২৮৬

খী অতি বৰ বালা।
বাঢ়ি যাই যেন চন্দ্ৰ কলা॥
অধোমুখী হুয়া থাকয় সুন্দৰী।
হৰ যোগ্য ভৈলা দেৱী সুৰেশ্বৰী॥ ২৮৭
হেনয় কন্যাক দেখি ৰাজা ধৰ্ম্মশীল।
কাহাত বিবাহ দিবো চিন্তিবে লাগিল॥
পুত্ৰ মিত্ৰ দ্বিজ গন গুৰু পুৰোহিত।
সবাকে অনায়া ৰাজা বুলিলা তহিত॥ ২৮৮
ভিষ্মক বদতি সবে কৰিয়ো নিশ্চয়।
কাত বিহা দিবো কন্যা বৰ কোন হয়॥
ৰুক্মিনীৰ যোগ্য বৰ কোনে হৈবে আৰ।
মুনি পুত্ৰ দেৱ পুত্ৰ ৰাজা পুত্ৰ সাৰ॥ ২৮৯
বিবাহৰ কাল ভৈল ভৈলন্ত যুবতী।
নিতে নিতে বাঢ়ি যায় কন্যা ৰজৱতী॥
শীঘ্ৰে চাহয়োক বৰ নবীন যৌবন।
ৰাজ পুত্ৰ ভৈলে ৰণ সাস্ত্ৰে বিচক্ষন॥ ২৯০
প্ৰতাপত সূৰ্য্য সম ৰতন সুথিৰ।
মহা বলৱন্ত মহাৰথ মহা বীৰ॥
ৰুক্মিনীৰ বৰ যদি দেৱপুত্ৰ হয়।
গুন ৰূপৱন্ত বৰ কৰিবা নিশ্চয়॥ ২৯১
যদি মুনিপুত্ৰ হোৱে হৈবে মহা জ্ঞানী।
সিদ্ধান্তে নিপুন বেদ পঢ়িবে আপুনি॥
ৰাজাৰ বচন এবে শুনি সভাসদ।
সিদ্ধান্ত নেদিয়া সবে ভৈলা নিশবদ॥ ২৯২
সেহি বেলা সতানন্দ পুত্ৰ গৌতমৰ।
কুল পুৰোহিত ঋষি ৰাজা ভিষ্মকৰ॥
বেদ বেদ-অঙ্গকো জানন্ত মুনিবৰ।
নীতি শাস্ত্ৰে বিসাৰদ সৰ্ব্ব তত্ত্বপৰ॥ ২৯৩
তিনিয়ো ভুবনে যিবা ভাল মন্দ হয়।
সমস্তকে জানা ঋষি গৌতম তনয়॥
সতানন্দ বদতি ৰাজেন্দ্ৰ মহাশয়।
ধৰ্ম্ম শাস্ত্ৰ জানা তুমি ধৰ্ম্মৰ নিৰ্ণ্ণয়॥ ২৯৪
পুৰ্ব্বৰ আখ্যানে বেদ কহিয়া আছয়।
তাহাক কহিবো আমি শুনা মহাশয়॥
ভুমি ভাৰ সংহৰিবে দেৱ নাৰায়ণে।
বসুদেৱ সুত কৃষ্ণ ধৰি আছে নাম॥ ২৯৫
পৰিপুৰ্ন্ন দেৱব্ৰহ্ম প্ৰভু ভগৱন্ত।
মায়ায়ে লোকত দেহ ধৰিয়া আছন্ত॥
বিধাতাৰ বিধি ব্ৰহ্মা হৰৰ বন্দিত।
অনন্ত শ্ৰীসূৰ্য্য ধৰ্ম্ম সবাৰে পূজিত॥ ২৯৬
কান্তি ৰূপ দেহ শুন্য পৰমাত্মা ময়।
ভক্তৰ কৃপায়ে দেহ ধৰিয়া আছয়॥
প্ৰকৃতিত পৰ যিতো দেহৰ বাহিৰ।
সমস্তে কৰ্ম্মৰ সাখি নিলিপে দেহীৰ॥ ২৯৭
পূৰ্ণব্ৰহ্ম অৱতাৰ জগত ইশ্বৰ।
হেনয় কৃষ্ণক কন্যা দিয়া নৃপবৰ॥
কন্যাদান কৰি চলা গোলোক ভৱন।
নিস্তাৰিয়ো ৰাজা তুমি শত পিতৃগন॥ ২৯৮
কৃষ্ণক দিয়োক কন্যা কৰিয়া ভকতি।
এতেকে পাইবাহা ৰাজা সাৰুপ্য মুকুতি॥
সমস্তে বিশ্বৰ গুৰু দেৱ ভগবান।
ইহলোকে পুজ্য তোমা কৰি কন্যা দান॥ ২৯৯
মহালক্ষ্মী ৰুক্মিনীক কৰি তুমি দান।
সৰ্ব্বস্ব দক্ষিনা দিয়া কৰিয়া সন্মান॥
কৃষ্ণত কন্যাক ৰাজা কৰা সমৰ্পন।
কুল সমে উদ্ধাৰিয়ো জনম মৰণ॥ ৩০০
বিধতা লিখিত কন্যা হোৱয় যাহাৰ।
সবাৰো সন্মত সমন্ধক কৰা সাৰ॥
দ্বাৰকা নগৰে আছে কৃষ্ণ যদুবৰ।
পাঠিওঁ দিয়া পত্ৰ সমে ৰাজা দ্বিজবৰ॥ ৩০১
শুভক্ষন শুভদিন গণি বিবাহৰ।
কৃষ্ণক আনিয়া কন্যা দিয়া নৰেশ্বৰ॥
ব্ৰহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
সিদ্ধমুনি মুনি যত গন্ধৰ্ব্ব কিন্নৰ॥ ৩০২

চাৰি বেদ সৰস্বতী আনো শাস্ত্ৰগন।
তুতিৰ অসাধ্য ধ্যান কৰে অনুক্ষন॥
যাহাৰ স্তবনে শক্ত নোহে যোগীগন।
হেনয় কৃষ্ণৰ পাৱে কৰোহো বন্দন॥ ৩০২
বালক স্বৰূপে আসে কৃষ্ণ গুনচয়।
কহিবাক নপাৰোহো গুণ মহাশয়॥
ভিষ্মকে শুনিলা সত্যানন্দৰ বচন।
পৰম আনন্দ ভৈল প্ৰফুল্ল বদন॥ ৩০৩
আসনৰ পৰা উঠি ৰাজা ৰঙ্গ মন।
সত্যানন্দ ঋষিক কৰিলা আলিঙ্গন॥
নানা ৰত্ন অলঙ্কাৰ সুবৰ্ণ ৰতন।
ঋষিক দিলন্ত ৰাজা আনন্দিত মন॥ ৩০৪
গজেন্দ্ৰ ঘোটক শ্ৰেষ্ঠ ৰথ মনিময়।
ৰত্ন সিংহাসন দিলা ৰাজা মহাশয়॥
সস্য ভুমি দিলা ৰাজা সব বৃত্তিকৰ।
গ্ৰাম দেশ ঋষিক দিলন্ত মনোহৰ॥ ৩০৫
বিপুল ধনক দিলা ভিষ্মক নৃপতি।
সভাসদ লোকৰ আনন্দ ভৈলা মতি॥
আত অনন্তৰে ৰুক্ম নৃপতি নন্দন।
কোপে কম্পমান তনু ৰকত নয়ন॥ ৩০৬
ৰক্ত মুখ ভৈল গাৱে ঘৰ্ম্ম বহি যাই।
পিতৃক বুলিবে লৈলা অধৰ কম্পাই॥
ক্ৰোধৰ বেগত ৰাজা থিৰ নহে কাই।
উঠি গৈয়া বুলিলন্ত সভাক শুনাই॥ ৩০৭
শুনা শুনা সভাসদ মোহোৰ বচন।
মহা হিত বাক্য সাধু প্ৰশংসয়গন॥
ধন লুভী ব্ৰাহ্মনৰ নট ভিক্ষুকৰ।
বেশ্যাৰ ভটুৰ বাকা চয় কায়স্থৰ॥ ৩০৮
স্ত্ৰিলোভী যে কামুকৰ কুলাল যি নৰ।
কুট নাট কৰে যিতো মুৰ্খ দৰিদ্ৰৰ॥
এহি নৰে স্তুতি পূৰ্ব্ব বচন বোলয়।
সবায়ো অসত্য কহে লৈবে নলাগয়॥ ৩০৯

উপায়ে বুদ্ধিয়ে কাল যৱন [illegible]।
তাৰ ধনে ধনী কৃষ্ণ দুষ্ট অন[illegible]
দ্বাৰকাত ধনী কৃষ্ণ ধনে যৱনৰ।
তাতপৰে দুষ্ট আৰ আছে কোন নৰ॥ ৩[illegible]
জড়াসন্ধ ভয়ে সিতো মথুৰা চাৰিয়া।
সমুদ্ৰৰ অভ্যান্তৰে পষিলন্ত গৈয়া॥
এবে মোৰ লীলা কৰি শত জড়াসন্ধ।
চেদিবে সামৰ্থ আছে নকৰি প্ৰবন্ধ॥ ৩১১
অন্য ৰাজাগন কৈত কি কহিবো আৰ।
ৰণত অজয় আমি সিষ্য দুৰ্ব্বাসাৰ॥
পাশুপত্ৰ অস্ত্ৰে আমি ব্ৰহ্মাণ্ড নিশ্চয়।
সংহৰিবে পাৰো আমি নাহিকে সংশয়॥ ৩১২
মোৰ সম বলৱন্ত পৰ্শুৰাম হয়।
সিশুপাল মোৰ সম জানিবা নিশ্চয়॥
মোৰ সখা সিশুপাল মহাবলৱন্ত॥
স্বৰ্গকো জিনিবে শক্ত আপুনি হোৱন্ত॥ ৩১৩
একক্ষনে দেৱ সমে ইন্দ্ৰক নিশ্চয়।
একলে জিনিব পাৰো নাহি পৰাজয়॥
জড়া নাম ৰাক্ষসীয়ে দুফাল জন্তাইলা।
ৰণত দুৰ্ব্বলী সিতো এতেকেসে ভৈলা॥ ৩১৪
হেন জড়াসন্ধক জিনিয়া দুয়োভাই।
অহঙ্কাৰ কৰে বোলে মোৰ সম নাই॥
আপুন বুদ্ধিয়ে মাত্ৰ বীৰ বোলায়য়।
আনে তাক বীৰ বুলি কোনেবা মানয়॥ ৩১৫
যদি আসে বিবাহ কৰিবে সিতো মনে।
নিশ্চয়ে পাঠাইবো মই যমেৰ সদণে॥
নন্দ বৈস্য ঘৰে ভৈল গোৰক্ষ তাহাৰ।
সাক্ষাতে ভৈলেক কৃষ্ণ গোপীকাৰ যাৰ॥ ৩১৬
গোপালৰ উচ্ছিস্তক কৰয় ভোজন।
ক্ষত্ৰিয়ত জন্ম তাৰ ভৈলা কি কাৰণ॥
দেৱ যোগ্য ৰুক্মিনীক বিবাহ কৰাইবা।
ভিক্ষুক দ্বিজৰ বাক্যে তুমি তাক দিবা॥ ৩১৭

... তাক দিয়া আছে ধন।
... কন্যা তুমি দিবে কৰা মন॥
...ঙ্গত দ্বিজ তাহাৰ বচনে।
...দ্ধি হীন ভৈলা ৰাজা তুমি কি কাৰণে॥ ৩১৮
ৰাজ পুত্ৰ নোহে পৰাক্ৰমী বোলায়য়।
কুলীন নুহিকে কৃষ্ণ শুচি নুহিকয়॥
ধনৱন্ত নুহিকয় নুহি দাতাৱন্ত।
জিতেন্দ্ৰীয় নুহিকয় পৰম অসন্ত। ৩১৯
হেনয় কৃষ্ণক তেজি কন্যা ৰূপৱতী।
সিশুপাল ৰাজাক দিয়োক নৰপতি॥
বলে ৰূদ্ৰ সমসৰ ৰাজেন্দ্ৰ তনয়।
প্ৰতাপে আদিত্য সম ৰূপে শুভানয়॥ ৩২০
আনো নানা সুমঙ্গল তাহান আচয়।
নিমন্ত্ৰণ কৰি কন্যা দিয়া মহাশয়॥
নিমন্ত্ৰণ কৰা পিতৃ আনো ৰাজাগণ।
বিবাহক চাহন্তোক কৰি ৰঙ্গমন॥ ৩২১
বন্ধুযে বান্ধৱ মুনি গণ ৰাজাগণ।
পত্ৰদ্বাৰা দুত পাঠি কৰা নিমন্ত্ৰণ॥
কলিঙ্গ মাগধ শুৰ বন্দন যে অঙ্গি
সৌৰাষ্ট্ৰ বাৰেন্দ্ৰ ৰাঢ় গুৰজ যে বঙ্গ॥ ৩২২
মহাৰাষ্ট্ৰ বিৰাট সকল নৃপবৰ।
সঙ্গক ভল্লক খৰ্ব্ব বাটপ ইশ্বৰ॥
পাঞ্চাল সলক আদি কৰি ৰাজা চয়।
দ্বিজ দুত পাঠি অনায়োক মহাশয়॥ ৩২৩
ঘৃত মধু দধি দুগ্ধ থৈয়ো নদী কৰি।
সহস্ৰে সহস্ৰে নদী থৈয়ো ভৰি ভৰি॥
তৈল্য কুল্যা (১) পঞ্চাশত ত্ৰিলক্ষ গুৰুৰ।
সৰ্ক্কৰাৰ পঞ্চাশতক বিয়ো ৰুচিৰ॥ ৩২৪
লক্ষ দোল কৰিয়োক ৰাজা ...ডুলৰ।
তাৰ দুই গুন দোল কৰা উপহাৰ॥
এহি দ্ৰব্য সব কৰা আনো মনোহৰ।
গড় এক লক্ষ দুই লক্ষ হৰিণৰ॥ ৩২৫

(১) "ছুল্যা" ও কোনো পুথিত দেখা যায়।

চাৰিলক্ষ শশা কুৰ্ম্ম দশ চাগ...
মেৰ চাগ যোল লক্ষ সবাকে কাটিয়া॥
ভোজন কৰাইবে লাগে সন্যক আনিয়া।
বিবাহ কালত এহিসব পশু মাৰি॥ ৩২৬
গ্ৰাম্য দেৱি বলিদান কৰা ভক্তি কৰি।
এহি পশুমাৰ মাংস ৰন্ধন কৰিয়া॥
সন্যাৰ সমন্ধি থৈব প্ৰবল কৰিয়া। ৩২৭
মাসডালি ব্যঞ্জন থৈবেক পাত্ৰ ভৰি॥
চিড়া লাৰু পেড়া পুড়ি থৈবে যত্ন কৰি।
ৰুক্মৰ বচন শুনি আত অনন্তুৰে॥
পুৰুহিত সমে মন্ত্ৰী পাছে নৃপবৰ। ৩২৮
অলক্ষিতে মন্ত্ৰী সমে নিৰ্য্যান থানত।
মন্ত্ৰনা কৰিলা ৰাজা বিষাদ মনত॥
পুৰোহিত মন্ত্ৰী সমে পাছে নৃপবৰ।
বেদনিধি নামে বিপ্ৰ আনায়া সত্বৰ॥ ৩২৯
পত্ৰ লেখি সুদমাৰি দ্বিজৰ হাতত
কৃষ্ণক আনিবে ৰাজা পঠায়া দিলন্ত॥
সুভক্ষন সুভলগ্ন কৰাই বিবাহৰ।
সম্ভাৰ কৰাইলা ৰাজা অনেক দেশৰ॥ ৩৩০
পুত্ৰ বাক্যে ৰাজা অনাইলন্ত ঋষিগন।
ৰাজা সবো আসিলন্ত বিবাহ কাৰণ॥
বেদনিধি বিপ্ৰে গৈয়া সুধৰ্ম্মা সভাক।
পসিলন্ত দেৱমুনি সেৱয় যাহাক॥ ৩৩১
ৰাজাগনে উপাসিয়া আচয় যাহাক।
হেন বেলা বেদনিধি পসিলা সভাক॥
প্ৰকাশ কৰন্ত সভামাজে উগ্ৰসেন।
অমৰাৱতী পুৰে প্ৰকাশয় ইন্দ্ৰ যেন॥ ৩৩২
সেহি বেলা দ্বিজে নিয়া ৰাজাৰ আগত।
আলিঙ্গিয়া দিলা পত্ৰ হৰিস মনত॥
প্ৰফুল্ল বদন ভৈলা আনন্দ মনত।
পত্ৰ শুনি সুমঙ্গল ৰাজা কৰাইলন্ত॥ ৩৩৩
সুবৰ্ণ সহস্ৰ ব্ৰাহ্মনক দান দিলা।
দুন্দুভি শবদ দ্বাৰকাত উথলিলা॥

[illegible] বতী বদতি মুনিয়ে কন্যাসহ।
সোৰ [illegible] ৰাজা ভুমিত [illegible]
ভট্ট [illegible] ভুল [illegible] ভোজন ॥ ৩৩৪
কৃষ্ণক আনিয়া ৰাজা সুবেশ কৰাইলা।
মুনিলোকে দুৰ্ল্লভ ভুষন আনি দিলা॥
মহেন্দ্ৰ ক্ষনত ৰাজা যাত্ৰাক কৰাইলা।
বেদমন্ত্ৰ পঢ়ি ঋষি গনে পুষ্প দিলা॥ ৩৩৫
সেহি বেলা ৰথে চৰি ব্ৰহ্মা আসিলন্ত।
সাবিত্ৰীয়ে তান লগে প্ৰকাশ কৰন্ত॥
ৰথে চৰি দুৰ্গা সমে আসিলন্ত হৰ।
গনেশ অনন্ত সমে অগ্নি দিবাকৰ॥ ৩৩৬
কাৰ্ত্তিক আসিলা সচিসমে পুৰন্দৰ।
কুবেৰ বৰুন বায়ু আসিলা সত্তৰ॥
যমদগ্নি আদি কৰি দিগপালগন।
তিনি কোটি দেৱলগে আসিলা তেখন॥ ৩৩৭
আৰু তিনিকোটি দেৱগন আসিলন্ত।
ত্ৰিলক্ষ ৰাজেন্দ্ৰ আসি লাগক ভৈলন্ত॥
ৰাজাগন মাঝে উগ্ৰসেন প্ৰকাশয়।
নক্ষত্ৰৰ মাঝে যেন চন্দ্ৰৰ উদয়॥ ৩৩৮
কুণ্ডিল নগৰে যাই সমুখ ভৈলন্ত।
ৰত্নৰ বিমানে বলভদ্ৰ আসিলন্ত॥
বসুদেৱ উদ্ধৱ অক্ৰুৰ বীৰবৰ।
সাত্যকী সহিতে যদু বীৰ নিৰন্তৰ॥ ৩৩৯
নন্দ সমে আসিলেক যত গোপগন।
পুত্ৰ সমে ধৃতৰাষ্ট আইলা দুৰ্যোধন॥
ভিস্ম দ্ৰোন কৰ্ণ অশ্বস্থামা মহাবলী।
কৃপাচাৰ্য্য সকুনিয়ো আসিলন্ত চলি॥ ৩৪০
তিনি কোটি ভট্ট শত কোটি যে ব্ৰাহ্মন।
বিবাহ চাহিতে আইলা আনন্দিত মন॥
সন্যাসী যে যীত ব্ৰহ্মচাৰী নিৰন্তৰ।
তৃতিয় হাজাৰ আইলা দ্বাৰকা নগৰ॥ ৩৪১
জিত ক্ৰোদ্ধ অৱধূত আইলা সেহি থান।
পাদুক বাহক আইলা হাজাৰ প্ৰমাণ॥
পুষ্প মাল্যকাৰী আইলা [illegible]।
নানা চিত্ৰকাৰ আসি ভৈলা সিবেক ৩৪২
বাদ্য সমে লক্ষক বাদক আসিলন্ত।
নৰ্ত্তকৰ এক লক্ষ তথা মিলিলন্ত॥
গন্ধৰ্ব্ব গায়ন লক্ষ তথাকে আসিলা।
নৃত্য গীত কৰি সবে কৃষ্ণক তুসিলা॥ ৩৪৩
সেহিকল্পে আসিচিলা দুই মুনিবৰ।
উপ যে বৰ্হন নাম ৰাজাগন্ধৰ্ব্বৰ॥
পঞ্চাশ কামিনী মাঝে দুই মুনিবৰ।
গন্ধৰ্ব্বৰ ৰূপ ধৰি আসিলা সত্বৰ॥ ৩৪৪
লক্ষ বিদ্যাধৰী লক্ষ অপ্সৰাগন।
কিন্নৰীৰ তিনিলক্ষ আসিলা তেখন॥
ব্ৰহ্মবৈবৰ্ত্তৰ পদ আতি মনোহৰ।
শ্ৰীকৃষ্ণ খণ্ডৰ কথা মহা পুৰাণৰ॥ ৩৪৫
চতুৰ অধিক শত অধ্যায় শোভন।
কৃষ্ণৰ চৰিত্ৰ শুনিয়োক সাধুগন॥
মোৰ পদ বুলি নকৰিবা অৱহেলা।
নিস্তাৰ কৰিবে ইতো মৰনৰ বেলা॥ ৩৪৬
মনুষ্যৰ কৃত্য বুলি মানাহা যদ্যাপি।
কৃষ্ণৰ চৰিত্ৰে মিশ্ৰ হুয়াছে তথাপি॥
সমুদ্ৰ সদৃশ সাস্ত্ৰ ব্ৰহ্মবৈবৰ্ত্তৰ।
পৰমানু তুল্য মোৰ এহি পটন্তৰ॥ ৩৪৭
অৰ্থক নুবুঝো আমি পৰম গম্ভিৰ।
কৃষ্ণৰ চৰিত্ৰ শুনি মন কৰা থিৰ॥
বলোৰাম দ্বিজে বোলে এহি মুক্ষ্য কাম।
পাতক চাড়োক ডাকি বোলা ৰাম ৰাম॥ ৩৪৮

---

## শ্ৰীবলোৰামৰ লগত ৰেৱতীৰ বিবাহ।

ঝুমুৰি।

নাৰায়ণ মহামানি।
নাৰদক বোলে বানি॥
শুনা আত অনন্তৰ।
যেন কথা মনোহৰ॥ ৩৪৯

…যে ৰাজা সাৰ।
…ান কন্যা জাতিস্কাৰ॥
নামত ৰেৱতী সান্তি।
লক্ষ্মীৰ সদৃশ কান্তি॥ ৩৫০
ব্ৰহ্মাৰ আজ্ঞাত আইলা।
দ্বাৰকাক ৰাজা পাইলা॥
কন্যাক দিবাক প্ৰতি।
আইলা ৰাজ্য কৰি মতি॥ ৩৫১
বলোক দিবাক প্ৰতি।
কন্যা অতি ৰূপৱতী॥
স্থিৰ জৌবন সতী।
সৰ্ব্বকালে যুবা মতী॥ ৩৫২
অমূল্য ৰতন সাৰ।
গাত্ৰ শোভে অলঙ্কাৰ॥
তিনিও লোকত নাই।
শোভে অতি মই কাই॥ ৩৫৩
বলোক দিলন্ত আনি।
কন্যাৰত্ন মহামানি॥
ৰামক কৰিয়া মান।
ৰাজা কৰি সম্প্ৰদান॥ ৩৫৪
কন্যা দিয়া নৰপতি।
কৌতুক লভিলা অতি॥
বলভদ্ৰ মহামতি।
ৰত্ন কন্যা লভি অতি॥ ৩৫৫
কন্যাৰ বয়স ভৈলা।
সপ্ত বিংশ যুগ গৈলা॥
হেনয় কন্যাক দিল।
বলভদ্ৰে বিহা কৈলা॥ ৩৫৬
বিধিৱন্তে দান কৰি।
প্ৰনাম কৰিলা পৰি॥
সভা মাঝে দেৱতাৰ।
কন্যা দিলা আপুনাৰ॥ ৩৫৭

চাৰিলক্ষ শশা কুৰ্ম্ম দশ চা…
তিনিলক্ষ গ… লক্ষ সবাকে কাটিয়…
তিনিলক্ষ ঘোটকৰ॥ ৩৫৮
একলক্ষ ৰথ সাৰ।
দাসী লক্ষ জাতিস্কাৰ॥
গাত্ৰ ৰত্ন অলঙ্কাৰ। ৩৫৯
বৰক দিলন্ত আৰ॥
মনিলক্ষ সমৰ্পিলা।
ৰথলক্ষ ৰাজা দিলা॥
একেকৌটি সুবৰ্ণৰ।
দিলা ৰাজা ৰুচিকৰ॥ ৩৬০
অগ্নি শুদ্ধ বস্ত্ৰ চয়।
তাক দিলা মহাশয়।
হীৰামুক্তা লক্ষ দিলা।
লক্ষ মানিককো দিলা॥ ৩৬১
কন্যা লগে ৰাজা সন্ত।
দাস দিলা অপৰ্যন্ত॥
আনো নানা দ্ৰব্য দিলা।
বলো পাৱে সমৰ্পিলা॥ ৩৬২
বলভদ্ৰ কন্যা পাই।
আনন্দৰ সীমা নাই॥
সুমঙ্গল আচে যত।
কৰিলন্ত বিবাহত॥ ৩৬৩
বিহা যেবে ভৈল সাঙ্গ।
কৰিলন্ত সাঙ্গো পাঙ্গ॥
দৈৱকী ৰোহিনী সতি।
জসোদা অদিতি দিতি॥ ৩৬৪
আনো কন্যা গনে আসি।
মঙ্গল কৰিলা হাসি॥
উৰুলিৰ ঘনে ঘনে।
দিলন্ত কৌতুক মনে॥ ৩৬৫

[illegible]বতী বদতি মুনিয়ো কন্যাসহ।

সো[illegible] ৰাজা ভুমিত [illegible]

[illegible]ভুল [illegible]াইলা ॥

ব্ৰাহ্মনক ভুঞ্জাইলন্ত।

দানচয় কৰিলন্ত ॥ ৩৬৬

সমস্তে দেখিলা সাৰ।

প্ৰভাৱ যে দ্বাৰকাৰ ॥

বসুদেব মহা বল।

কৰাইলন্ত সুমঙ্গল ॥ ৩৬৭

বৈৱ তেজে ৰাজাসাৰ।

কৃষ্ন লগে চলিবাৰ ॥

ৰত্নময় বিমানত।

পাচে ৰাজা চলিলন্ত ॥ ৩৬৮

ৰেৱতীৰ বিবাহৰ ॥

কথাচয় মনোহৰ।

শুনিয়োক মন কৰি।

বুলিয়োক ৰাম হৰি ॥ ৩৬৯

---

## শ্ৰীকৃষ্ন বলোৰামৰ কুণ্ডিলা যাত্ৰা। বলোৰামৰ লগত ৰুক্মবীৰৰ যুদ্ধ, ৰুক্মৰ পৰাজয় আৰু শ্ৰীকৃষ্নৰ লগত ৰুক্মিনীৰ বিবাহ।

পদ।

আত অনন্তৰে শুনা বিবাহ কৃষ্নৰ।
পৰম মঙ্গল কথা আতি মনোহৰ ॥
দেৱমুনী ৰাজেন্দ্ৰ লগত সৈন্যচয়।
কুণ্ডীল নগৰ পসিলেক ৰাজাচয় ॥ ৩৭০
কোটি উৰ্দ্ধ সপ্তগড় দেখি ভয়ঙ্কৰ।
থাবৈই আছয় সাত বেঢ়িয়া গড়ৰ ॥
শতদ্বাৰ আছে ৰত্নময় মনোহৰ।
নানা মনি ৰত্ন তাত খচিছে বিস্তৰ ॥ ৩৭১
বিশ্বকৰ্ম্মে বিৰচিত কুণ্ডীল নগৰ।
বৰ যাত্ৰী গনে পাইলা দ্বাৰৰ বাহিৰ ॥
চাৰি মহা ৰথী ৰাখে সে[illegible]।
বৰযাত্ৰী গন তৈত ভৈল উপা[illegible] ৩৭২
ৰুক্ম সিশুপাল দন্তবক্ৰ বীৰ সাৰ।
মায়াবীৰ মধ্যে মল্ল যুদ্ধে অনিৰ্ব্বাৰ ॥
অস্ত্ৰ সস্ত্ৰ জানন্ত যুদ্ধত নাহি ভয়।
চাৰি বীৰ ধনুৰ্দ্ধৰ নাহিকে শংসয় ॥ ৩৭৩
কৃষ্ন সৈন্য দেখি ৰুক্ম নৃপতি নন্দন।
মহাকোপে বুলিলন্ত নিষ্ঠুৰ বচন ॥
দেৱমুনি ৰাজেন্দ্ৰক কৰি উপহাস।
বিদ্ৰুপ বচনে সিটো বোলয় নৈৰাস ॥ ৩৭৪
ৰুক্ম নিগদতি সবে শুনিয়ো বচন।
কালকুত দৈব কৰ্ম্ম বাধিবেক কোন ॥
দেৱৰ মুনিৰ কৰ্ম্ম অতি বিপৰীত।
কিবা কৰিবোহো আমি দেখিতে কুছিত ॥ ৩৭৫
দেৱ যোগ্য ৰুক্মিনীক নিবে কৰি সাৰ।
দেৱ মুনি সমে আসে নন্দৰ কুমাৰ ॥
গোকুলে আছিল ইতো গোৰক্ষ নন্দৰ।
জাতিৰ নিৰ্ণয় নাই ভক্ষ্য মৈথুনৰ ॥ ৩৭৬
সাক্ষাতে ভৈলেক ইতো গোপিকা ৰজাৰ।
গোপৰ উস্থিষ্ট কৃষ্নে কৰিলে আহাৰ ॥
ৰাজ পুত্ৰ মুনি পুত্ৰ একোৱে নহয়।
ক্ষত্ৰিয়ত জন্মি বৈশ্য গৃহত বাঢ়য় ॥ ৩৭৭
শিশুকালে কৰিলেক ইতো তিৰী বধ।
শুনিয়া ইহাৰ কৰ্ম্ম সবাৰে তবধ ॥
সম্ভোগতে মাৰিলেক ইতো কুবুজাক।
বস্ত্ৰৰ কাৰণে কৃষ্নে বধিলে ধোবাক ॥ ৩৭৮
ৰাজেন্দ্ৰৰ বধে ব্ৰহ্ম হত্যাক লভয়।
মথুৰাত ধৰ্ম্মৰন্ত কংশ মহাশয় ॥
কৃষ্নৰ মাতুল তাকো উপায়ে মাৰিল।
তান ভাতৃ সকলকো সংহাৰ কৰিল ॥ ৩৭৯
পৰম অধৰ্ম্মী কৃষ্ন দুষ্ট দুৰাচাৰ।
মাৰিবো ইহাক মই কৰি আছো সাৰ ॥

শুনা দেৱতা সমাজ।
বুলিলা সত্য নাহিকয় বাজ ॥ ৩৮০
যে পশু ৰাখি ই পুন্নু আছিল।
ৰুক্মিনীৰ স্বামী হুইবে এতিয়া আসিল ॥
শিশুপাল বদতি আশ্চৰ্য্য অদভূত।
দেৱগনে সমে আসে ইতো নন্দসুত ॥ ৩৮১
ব্রহ্মা হৰ আদিকৰি যত মুনি গন।
কৃন্নৰ আজ্ঞায়ে আসে কিনো বিৰম্বন ॥
মনুষ্যৰ আজ্ঞা বহে দেৱ মুণিচয়।
কিনো বিপৰীত ব্রহ্মপুত্র আসিচয় ॥ ৩৮২
দন্তবক্রে বোলে শুনিয়োক সমস্তয়।
সততে ব্রাহ্মণ লোভী লোভতে আসয় ॥
ভকত বৎসল জানিবাহা দেৱগন।
যিবা বোলে তাকে কৰে পুৰি তাৰ মন ॥৩৮৩
নন্দ সুত আজ্ঞা কৰে চাৰি ব্রহ্মসুত।
ব্রহ্মময় হুয়ো আসে কিনো অদভুত ॥
চাৰিৰ বচন শুনিলন্ত দেৱগন।
ৰাজমুণি বলোভদ্রো শুনিলা বচন ॥ ৩৮৪
যদুগনো শুনিলন্ত বচন তহিত।
সবাৰো জন্মিল কোপ অতি বিপৰীত ॥
ব্রহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰাণৰ।
নাৰায়ণ নাৰদ সম্বাদ মনোহৰ ॥ ৩৮৫
ৰুক্মিনীৰ বিবাহৰ কথা মধ্যে সাৰ।
পঞ্চাধিক শত অধ্যায়ৰ ভৈলা আৰ ॥
নাৰায়ণ বদতি শুনিয়ো মুনিবৰ।
মহা কোপে খেদি গৈলা পাছে হলদ্ধৰ ॥৩৮৬
হলদ্ধৰে ৰুক্মৰথ তেখনে ভাঙ্গিল।
সাৰথী ঘোটক যম ঘৰনে পঠাইল ॥
ভুমিত পৰিল ৰুক্ম যান ভঙ্গ হুয়া।
বলভদ্রে বনমাঝে গৈলন্ত খেদিয়া ॥ ৩৮৭
ধনু ধৰি ৰুক্ম বীৰে শৰ জাল দিল।
পথ হন্তে পুনু ৰাম ৰথত চৰিল ॥
ৰাৰিলক্ষ শশা কুৰ্ম্ম দশ চা...
নাগ পাশ অস্ত্র লক্ষ সবাকে কাৰ্টিল ॥ ৩৮৮
গড়ুৰৰ অস্ত্রে ৰামে কৰিলা সংহাৰ।
হুলস্থুল লাগি গৈল সকলে প্রজাৰ ॥
ক্রোধে পাশু পত্র ৰুক্মে কৰিল গ্রহন।
শত সূৰ্য্য কান্তি মন্ত্র বৈৰি বিমৰ্দ্দন ॥ ৩৮৯
বলোৰ বিনাশ জানি প্রজাৰ বিকল।
ব্যৰ্থ নোহে অস্ত্র ভুমি কৰে টল বল ॥
সেহিবেলা ৰুক্মবীৰে কৰিলা প্রহাৰ।
অস্ত্রৰ ওলাই অস্ত্র হাজাৰে হাজাৰ ॥ ৩৯০
ভয় নকৰিয়া ৰামে জম্ভন মাৰিল।
পাশু পত্র নষ্ট কৰি ৰুক্মকো ভেদিল ॥
ভুমি গত ৰুক্মবীৰ নিদ্রাস্ত্রে ভুৰিল।
শ্রুতি বুদ্ধি নাহি তাৰ নিচালে পৰিল ॥ ৩৯১
সাল্ল বীৰে দেখি ৰুক্ম নিদ্রাত পীড়িত।
সাতবান প্রহাৰিল সমৰ ভুমিত ॥
পৰ্ব্বতৰ বৃষ্টি শিলা যেন ভয়ঙ্কৰ।
জ্বলন্ত আঙ্গাৰ শৰ বৃষ্টি নিৰন্তৰ ॥ ৩৯২
জল বৃষ্টি খোলা বৃষ্টি অতি ভয়ঙ্কৰ।
কাকো কেৱে নেদেখিল আপোন যে পৰ ॥
বলভদ্রে নিবাৰিল অস্ত্রে আপোনাৰ।
সাল্বক সকলে অস্ত্র কৰিল সংহাৰ ॥ ৩৯৩
পাচে ৰামে ঘোটক সাৰথী সমে ৰথ।
মহাকোপে লীলা কৰি নিলা যম পথ ॥
মহাকোপে ৰামে তাক বধিব খোজন্তে।
সেহিবেলা আকাশী বচন শুনিলন্ত ॥ ৩৯৪
কৃন্নু বধ্য সাল্ব ৰাজা তেজা হলধৰ।
তোমাৰ পৌৰুষ নহে কিট সমসৰ ॥
যাহাৰ শিৰত ব্রহ্মাণ্ডৰ স্থিতি হয়।
কুলায়ে সৰ্ষপ যেন ধৰিয়া থাকয় ॥ ৩৯৫
আকাশী বচন শুনি তাক নমাৰিল।
হল যে তাহাৰ মাথে কোৰ মাত্র দিল ॥

৭ ।

বক্তা বদতি মুনিয়ো কন্যাসহ ।

সো... ... ... বাজা ভুমিত পৰিল ।
মূৰ্চ্ছাগত ভৈল সিতো প্ৰানে নমৰিল ॥ ৩৯৬
সাল্বৰ পতন দেখি শিশুপাল বীৰ ।
শৰবৃষ্টি কৰি বীৰ ৰনে ভৈল স্থিৰ ॥
পৃথিবীত জল বৃষ্টি যেহেন হোৱয় ।
সেহিমতে শৰবৃষ্টি নৃপতি কৰয় ॥ ৩৯৭
অৰ্দ্ধচন্দ্ৰ বানে ৰামে সবাকে ছেদিল ।
হলৰামে ৰথ তাৰ চুৰ্ণিত কৰিল ॥
কাটিবাক মনে ৰামে উদ্যম কৰিল ।
সেহি বেলা আকাশৰ বচন শুনিল ॥ ৩৯৮
কৃষ্ণ বন্ধু আক তেজা পাৰ্ষদ প্ৰবৰ ।
হেন বানি শুনি এৰিলন্ত হলধৰ ॥
দন্তবক্ৰ বীৰে বান প্ৰহাৰ কৰিল ।
হলৰা ম তাৰ ৰথ ভাঙ্গিয়া এৰিল ॥ ৩৯৯
যুদ্ধ কৰিবাক আইল যিতোৰাজাচয় ।
সমস্তে পলায়া গৈল হুয়া মহাভয় ॥
বলৰ বিক্ৰম দেখি সবে বীৰগন ।
পলায় ৰহিল মুখে নাসয় বচন ॥ ৪০০
ৰুক্মবীৰে কুণ্ডীলক লাজত নগৈল ।
ভোজকট নামে পুৰ নিৰ্ম্মিয়া ৰহিল ॥
বৰ যাত্ৰী গনো কুণ্ডীলক প্ৰবেশিল ।
দেৱ ঋষি সমে কৃষ্ণ আনন্দ লভিল ॥ ৪০১
তাত পাচে গৌতমৰ পুত্ৰ সতানন্দ ।
কবি মুনি সমে আইল মনত আনন্দ ॥
কৃষ্ণৰ আগত ঋষি আনন্দিত মনে ।
আগবাঢ়ি সুমঙ্গল কৰিল তেখনে ॥ ৪০২
সক্ৰৰ অগম্য পুৰ মিত্ৰৰ সুগম ।
শতদ্বাৰ আছে তাত অতি মনোৰম ॥
হেনয় নগৰ প্ৰবেশাইলা মুনিবৰ ।
কুণ্ডীল নগৰে ৰঙ্গে ভৈলা বহুতৰ ॥ ৪০৩
দেৱ কন্যা নাগ কন্যা মুনি কন্যাগণ ।
ৰাজ কন্যা গণো আইল আনন্দিত মন ॥
বৰক দেখিবে প্ৰতি আইল ... ।
নিমিষেৰ হিত্ত ভৈল সবাৰে নয়ন ৪০৪
কৃষ্ণক দেখিলা সবে ৰথৰ উপৰ ।
তুতিকৰি প্ৰসন্ন হৰিষে আছে হৰ ॥
ৰতনে ৰছিত ৰথ তাহাৰ উপৰ ।
প্ৰকাশ কৰিয়া আছা জগত ইশ্বৰ ॥ ৪০৫
নবীন জলদ শ্যাম শোভে পীতবাস ।
চন্দনে লেপিত অঙ্গ কৰয় প্ৰকাশ ॥
আপাদ লম্বিত বন মালা বিভুষিত ।
ৰত্নৰ কেয়ুৰ কৰে বলয়া ৰঞ্জিত ॥ ৪০৬
গলত ৰত্নৰ মালা কৰয় উজ্জ্বল
কৰ্ণত কুণ্ডল দুই কৰে ঝল মল ॥
তাৰ ৰস্মি লাগি প্ৰকাশয় গণ্ডস্থল ।
ৰত্নৰ নুপুৰ পাৱে কৰে জ্বল-মল ॥ ৪০৭
মুখে অল্প হাস শোভে মুৰুলী হাতত ।
ৰত্নৰ দাপোন চাহি আছন্ত ৰথত ॥
শৰতৰ পদ্ম সম দুতয় লোচন ।
ত্ৰৈলোক্য মোহন ৰূপ নবীন যৌবন ॥ ৪০৮
শৰতৰ পুৰ্ণ চন্দ্ৰ আকাশে শোভয় ।
তাহাক নিন্দিয়া মুখপদ্ম প্ৰকাশয় ॥
ৰথত ধৰিয়া স্বেত চামৰক ধৰি ।
সপ্ত গোপে সেবি আছে কৃষ্ণক সাদৰি ॥ ৪০৯
কোটি কন্দৰ্পৰ ৰূপ ধৰি নাৰায়ণ ।
জগত কাৰণ নিত্য সত্য সনাতন ॥
ব্ৰহ্মা হৰে অনন্তেয়ো সেবিয়া আছয় ।
কোটি চন্দ্ৰ সমৰূপ প্ৰকাশ কৰয় ॥ ৪১০
ধ্যানৰ অসাধ্য ৰূপ প্ৰকৃতিত পৰ ।
সমস্তে দেখিলা হেন ৰূপ মনোহৰ ॥
ময়ুৰৰ পুচ্ছ চুৰা যুৰায়ে শোভয় ।
ত্ৰিভঙ্গিমা ৰূপ অতিশয় প্ৰকাশয় ॥ ৪১১
মালতীৰ মাল্যে তাত কৰয় শোভিত ।
মস্তকে মুকুট মনি ৰত্ন উজ্জলিত ॥

থাকি চাহে নাৰীগণে।
পুষ্প বৃষ্টি কৰয় সঘনে॥ ৪১২
নানাবিধ পুষ্পে পৰি শিৰত শোভয়।
হেন মনোহৰ ৰূপ ধৰিয়া চলয়॥
ৰূপ দেখি যুবতী সকল বিমোহিত।
কামবানে নাৰীগণ হোৱয় মূৰ্চ্ছিত ৪১৩
ধন্য ধন্য ৰুক্মিনীৰ জীৱন সাঁফল।
ত্ৰৈলোক্য মোহন বৰ পাইব অবিকল॥
ভিষ্মকৰ ভাৰ্য্যা সুভদ্ৰায়ে দেখিলন্ত।
যামাতাৰ ৰূপ দেখি সন্তোষ ভৈলন্ত॥ ৪১৪
নিমেষ ৰহিত হুয়া চাহান্ত বদন।
সুঠাম শৰীৰ দেখি বিমোহিত মন॥
পোৰোহিত সত্যানন্দ আনন্দিত মন॥ ৪১৫
ব্ৰহ্মাহৰ আদি কৰি দেৱ নিৰন্তৰ।
দেৱ ঋষি ব্ৰহ্মঋষি ৰাজেন্দ্ৰ অপৰ॥
প্ৰণাম কৰিয়া ৰাজা পুজিলা সাদৰি।
যোগ্যাশ্ৰম বাসা গৃহ দিলা মান্য কৰি॥ ৪১৬
ভক্ষ্য ভোজ্য লেহ্য পেহ্য অমৃত সমান।
পৃথকে পৃথকে ৰাজা কৰিলন্ত দান॥
কুণ্ডিল নগৰে ভৈল প্ৰজাৰ আন্দোল।
হুলস্থুল টলবল ভৈল মহা ৰোল ৪১৭
দিয়া নিয়া এহিবাক্য প্ৰজাৰ উঠিল।
দিয়া দিয়া নিয়া নিয়া সবদ তুমুল॥
সমস্তকে সন্তোষিয়া ৰাজা পুৰি মন।
এহিমতে ভৈল যেবে ৰজনী প্ৰসন্ন॥ ৪১৮
প্ৰভাত সময়ে বসুদেৱ মহাশন্ত।
প্ৰাতসৰ কৃত্যচয় তাত কৰিলন্ত॥
স্নান সন্ধ্যা কৰি বসুদেৱ মহাশন্ত।
ধৌত বস্ত্ৰ দুই পৰিধান কৰিলন্ত॥ ৪১৯
পুজা হোম বলিদান নিত্য কৰ্ম্মচয়।
সবাকে কৰিলা বসুদেৱ মহাশয়॥

বেদ মন্ত্ৰে অধিবাস দশ দিগজৰ
গনেশ পুজিয়া পাচে মাতৃক পুজিলা॥ ৪২০
সাক্ষাত সমস্তে দেৱ আগতে আছিলা।
বসুদেৱে সমস্তকে পুজিবে লাগিলা॥
বসোদ্ধাৰা দিয়া বৃদ্ধি শ্ৰাদ্ধক কৰিলা।
ব্ৰাহ্মণ দেৱতাগণ সবাকে ভুঞ্জাইলা॥ ৪২১
কৰ্ম্মৰ দক্ষিণা ঋষি গণক দিলন্ত।
গৰ্গক দিলন্ত ৰত্ন বসুদেৱ সন্ত॥
ৰাজাগণ বন্ধুগণ সবাকে ভুঞ্জাইলা।
বহুধন ৰত্ন বস্তু সমস্তকে দিলা॥ ৪২২
মঙ্গল কৰিয়া বাদ্য সমস্তে বজাইল।
বস্ত্ৰ অলঙ্কাৰে কৃষ্ণ শৰীৰ ভুষিল॥
এহিমতে ভিষ্মকেয়ো সমস্তে কৰিল।
নিত্যকৰ্ম্ম অধিবাস শ্ৰাদ্ধ আচৰিল॥ ৪২৩
পোৰোহিত সমে বেদ মন্ত্ৰক উচ্চৰি।
সমস্তে কৰিলা কৰ্ম্ম হৰিক সুমৰি॥
সমস্তে দেৱক পুজিলন্ত মান্য কৰি।
ব্ৰাহ্মণ সবকো পূজা কৰিলা সাদৰি॥ ৪২৪
মুকুতা মানিক হীৰা মণি ৰত্ন ধন।
ভক্ষ্য দ্ৰব্য উপহাৰ বসন ভুষণ॥
ব্ৰাহ্মণ ভিক্ষুক ভট আদি নিৰন্তৰ।
সমস্তেকে দান দিলা ৰাজা বহুতৰ॥ ৪২৫
বাদ্যগণ বজাইলন্ত সুমঙ্গল কৰি।
ৰুক্মিণীকো ৰচাইলন্ত অনেক সুন্দৰী॥
তাত পাচে সুভক্ষণ মাহিন্দ্ৰ উদয়।
বিবাহৰ লগ্নক স্বামীয়ে নিৰেখয়॥ ৪২৬
পাপগ্ৰহে নেদেখিল লগ্নক তথাত।
বিবাহ নক্ষত্ৰ তিথি ভৈল সিবেলাত॥
চন্দ্ৰ তাৰা শুভ বেধ দোষ বিবৰ্জ্জিত।
শুভ বাৰ শুভ যোগ ভৈল উপস্থিত॥ ৪২৭
সপ্ত সলাকাদি দোষ সকলে বৰ্জ্জিত।
নিশাত বিবাহ কাল ভৈল উপস্থিত॥

...ৰতী বদতি মুনিয়ো কন্যা...।
ভীষ্ম... ...পুজিলা।
নানা বাদ্যভণ্ডৰ শবদ ভৈল ৰোল॥ ৪২৮
শুভক্ষনে হৰি ভিষ্মকৰ অঙ্গিনাত।
প্ৰবেশিলা দেৱ মুণি লগত সাক্ষাত॥
জ্ঞাঁতি মিত্ৰ বন্ধুগণ লগে পুৰোহিত।
পিতৃ মাতৃ গোপ গণ ৰাজেন্দ্ৰ সহিত॥ ৪২৯
ৰাজাগণ ভট্টচয় সভা প্ৰবেশিল।
জ্যৌতিশাস্ত্ৰ বিশাৰদ গণকো আসিল॥
নানাবিধ বাদ্য গণ বাদকে সহিত।
নৰ্ত্তক গায়ন সবো তথা উপস্থিত॥ ৪৩০
নানা শিল্পকাৰ মালকাৰ বিদ্যাধৰী।
দেৱকন্যা অপেস্বৰী অপৰ কিন্নৰী॥
দেৱমুণি ৰাজাচয় লগে প্ৰজাগণ।
সমস্তে প্ৰবেশ ভৈল ভিষ্মক ভৱন॥ ৪৩১
বিবাহ দেখিবে মনে আইল যত যত।
সবে প্ৰবেশিল ভিষ্মকৰ নগৰত॥
কদলি সহস্ৰ ৰুইল পথে বিভুষিত।
আম্ৰৰ পত্ৰৰ পট্টসুত্ৰেৰে ৰঞ্জিঁত॥ ৪৩২
চম্পকৰ চন্দনৰ ৰসাল বৃক্ষৰ।
সবাৰে পত্ৰৰ তাত ৰঞ্জিল ৰুচিৰ॥
ৰক্ত পীত স্বেত পুষ্প তাহাত আৰিল।
নানাবিধ মাল্য গলে শোভিত কৰিল॥ ৪৩৩
ফল পুষ্প সমে কদলিৰ সামিপত।
বেদিত মঙ্গল ঘট থাপিল বহুত॥
কস্তুৰি কুঙ্কুম পুষ্প চন্দনে ৰঞ্জিল।
লাজাফল দুৰ্ব্বাচয় পথতে শোভিল॥ ৪৩৪
মুনিগণ দ্বিজগণ ৰাজেন্দ্ৰ বেস্তিত।
ৰত্ন বিৰচিত বেদি আতি মনোনীত॥
কস্তুৰি চন্দন চাৰু কুঙ্কুম ৰঞ্জিত।
সুগন্ধ সীতল বায়ু কৰে সুগন্ধিত॥ ৪৩৫
বেদীৰ সমস্তে পাৰ্শ্বে ৰত্নে কৰে কান্তি।
সহস্ৰে সহস্ৰে প্ৰদীপৰ শোভে কান্তি॥

নানাবিধ গন্ধ দ্ৰব্য ধুপে সুভাষিত।
নানাবিধ ৰত্ন পাত্ৰে কৰয় ৰঞ্জিত॥ ৪৩৬
চিত্ৰ যে বিচিত্ৰ নানা বিধ দ্ৰব্য গণ।
চিত্ৰকাৰী গণে চিত্ৰ কৰয় শোভন॥
নানাবিধ পুষ্প মাল্যে কৰে সুশোভন।
বহুবিধ ছিত্ৰকৰী পুষ্পকাৰী গণ॥ ৪৩৭
গন্ধৰ্ব্ব সকলে গীত সুললিত কৰি।
নৰ্ত্তকে নচায়ে তাল বাৰে বাদ্যধৰী॥
সুন্দৰ গীতৰ নাদ শুনিয়া তহিত।
সমস্তে প্ৰানীৰ চিত হোৱে বিমোহিত॥ ৪৩৮
গৃহৰ গুপুত দ্বাৰে গৱাক্ষ নয়নে।
চক্ষুয়ে নিৰেখি চাহে পুৰনাৰী গনে॥
সুমঙ্গল ৰত্ন ঘট বেদিৰ উপৰ।
সাৰি সাৰি থৈয়া আছে অতি মনোহৰ॥ ৪৩৯
পোৰোহিত দ্বিজ সমে ভিষ্মক নৃপতি।
দানবস্ত্ৰ সমে বেদি মণ্ডপত স্থিতি॥
ব্ৰহ্মা আদি দেৱ গনে বিমানে চৰিয়া।
অঙ্গিনাত ভিষ্মকৰ বেদিক দেখিয়া॥ ৪৪০
ৰথৰ নামিয়া সবে অঙ্গিনাত থিতি।
সনকাদি ঋষি গনো ৰহিলা তহিতি॥
ৰাজেন্দ্ৰ যাদব গনো তথায়ে আসিলা।
পাৰ্ষদ সহিত কৃষ্ণ নগৰে পষিলা॥ ৪৪১
দেৱমুনি সমে কৃষ্ণ ভিষ্মক দেখিলা।
শীঘ্ৰে আসনৰ উঠি আগবাঢ়ি নিলা॥
দেৱমুনি সমস্তক পৰম আদৰে।
দণ্ডৱতে প্ৰণামিলা পৰি নৰেশ্বৰে॥ ৪৪২
পৃথকে পৃথকে ৰত্ন সিংহাসন দিয়া।
ক্ৰমে বসুৱাইলা ৰাজা সাদৰ কৰিয়া॥
ব্ৰহ্মাহৰ আদি কৰি যত দেৱ গন।
দেৱঋষি ব্ৰহ্মঋষি ৰাজেন্দ্ৰ শোভন॥ ৪৪৩
মহাৰাজ ভক্তি কৰি সবাকে পুজিলা।
সাদৰি প্ৰনাম কৰি তুতিক কৰিলা॥

সলোতক হুয়া ৰাজা কৃতাঞ্জলি কৰি।
পুনু প্ৰনামিয়া তুতি কৰিলা সাদৰি ॥ ৪৪৪
ভিষ্মক বদতি মোৰ জনম সাফল।
জীৱন পৱিত্ৰ মোৰ ভৈল অবিকল ॥
কোটি জনমৰ কৰ্ম্ম ভৈলেক চেদন।
জগতৰ স্ৰষ্টা বিধি তযু আগমন ॥ ৪৪৫
স্বপ্নে যাৰ পাদপদ্ম নহে দৰিশন।
তপস্যাবো ফল দাতা জগত কাৰণ ॥
হেন বিধি মোৰ অঙ্গিনাত প্ৰবেশয়।
মোৰ শুভ দিন আসি ভৈলেক উদয় ॥ ৪৪৬
সিদ্ধমুনি স্বৰনৰ যত যোগী গন।
ধ্যান কৰি নেদেখয় শিৱৰ চৰণ ॥
কালৰো যে মহাকাল অন্তক মৃত্যুৰ।
মৃতুঞ্জয় শিৱ ভৈল গোচৰ চক্ষুৰ ॥ ৪৪৭
হেন শিৱ ভৈলা মোৰ অঙ্গিনাত থিত।
কিনো পুন্য কৰি আছো মই বিপৰীত ॥
অনন্তে শাস্ত্ৰৰ শিবে বিশ্মক সদাই।
চৰাচৰ সমে ধৰি আছা সমুদাই ॥ ৪৪৮
দেৱৰ মধ্যত যাৰ নাহিকয় অন্ত।
এতেকে সমস্তে বোলে তোমাক অনন্ত ॥
হেন দেৱ মোৰ অঙ্গিনাত ভৈলা থিত।
জনম সাঁফল ভৈল মোৰ ই ভুমিত ॥ ৪৪৯
সবাৰে অগ্ৰত পুজ্য দেৱ গনেশ্বৰ।
দেৱ শ্ৰেষ্ঠ দেৱ ভৈলা মোহোৰ গোচৰ ॥
বৈষ্ণৱ গনৰ মধ্যে তুমি জ্ঞানী সাৰ।
মোৰ অঙ্গিনাত হেন সনত কুমাৰ ॥ ৪৫০
ব্ৰহ্মাৰ তনয় পৌত্ৰ প্ৰপৌত্ৰ যি হয়।
সেহি বংশে জন্মি আছে আনো মুনিচয় ॥
ব্ৰহ্মতেজে প্ৰজ্বলিত আইল মুনি যত।
গৃহে মোৰ স্থিতি ভৈল পুন্যৰ বলত ॥ ৪৫১
তীৰ্থকো পবিত্ৰ কৰে পাদোদকে যাৰ।
সুপবিত্ৰ ভৈল গৃহ আশ্ৰম আমাৰ ॥

বেদ মন্ত্ৰে অধিবাস দশ চাগ[illegible]
[illegible]চয় [illegible]ছয় ভুমিত।
সমস্তে তীৰ্থৰ ফল পায় সাগৰত ॥ ৪৫২
সাগৰত যিটো যিটো তীৰ্থৰ আশ্ৰয়।
ব্ৰাহ্মনৰ পাদে তীৰ্থ সমস্তে থাকয় ॥
ব্ৰাহ্মনৰ পাদোদকে যি ভুমি তিতয়।
পদ্মপত্ৰে তাৰ পিতৃ জলক পিৱয় ॥ ৪৫৩
বিপ্ৰ পাদোদক ভুঞ্জে কৰি সতকাৰ।
বিপ্ৰক দক্ষিনা দিয়ে কৰিয়া আদৰ ॥
সমস্ত তীৰ্থৰ স্নানে যি ফল পাৱয়।
বিপ্ৰ পাদোদকে সেহি ফলক লভয় ॥ ৪৫৪
বিপদ বিনাশ কৰে শুভ সুখ হয়।
ব্যাধিৰ নিৰ্ম্মূল কৰে যি পুনু পিৱয় ॥
গঙ্গাৰ সদৃশ তীৰ্থ নাহি জগতত।
মাধৱত পৰেদেৱ নাহি ব্ৰহ্মাঁণ্ডত ॥ ৪৫৫
মতদ্বিষ্ণু সমথুল নাহি ব্ৰহ্মাঁণ্ডত।
পৰমাণু সম ব্ৰহ্মাঁ নাহি সংসাৰত ॥
ব্ৰাহ্মনত পৰে সুপবিত্ৰ নাহি কয়।
দ্বিজৰ শৰীৰ পুজ্য সৰ্ব্ব তীৰ্থময় ॥ ৪৫৬
ব্ৰাহ্মনত পৰেদেউ পুজ্য নাহিকয়।
ব্ৰহ্মা কহি আছে তাক পুৰ্ব্বত নিশ্চয় ॥
আনো নানা তুতি নতি কৰিল বিস্তৰ।
নিলিখিলো আমি পদ বাহুল্যক ডৰ ॥ ৪৫৭
সাম বেদ স্তোত্ৰে পুনু ভিষ্মক নৃপতি।
কৃষ্ণক কৰিলা তুতি কৰিয়া ভকতি ॥
ভিষ্মক বদতি প্ৰভু, জগত ঈশ্বৰ।
সমস্তৰে আত্মা তুমি সাখি সমস্তৰ ॥ ৪৫৮
কৰ্ম্মৰ কৰ্ম্মীৰ ঈশ তুমি নাৰায়ণ।
জ্যোতি ৰূপ পৰম্ ব্ৰহ্ম দেৱ সনাতন ॥
তুমি পৰমাত্মা সত্য নিত্য নিৰঞ্জন।
তযু প্ৰতি বিশ্বজীৱ মায়ায়ে বন্ধন ॥ ৪৫৯
আনো নানা তুতি নতি কৰি নৃপবৰ।
ভক্তি ভাৱে প্ৰনামিলা চৰণে কৃষ্ণৰ ॥

…বতী বদতি মুনিয়ো কন্যাসাৰ।
… … … পুজিলা।
…াদ্য অর্ঘ্য মধুপর্ক গন্ধ পুষ্প দিলা॥ ৪৬০
ইন্দ্রে আনি দিলা পাৰিজাত মালাসাৰ।
কৃষ্ণৰ গলত পিন্ধাইলন্ত জাতিস্কাৰ॥
কুবেৰ দিবাৰ ৰত্ন অমৃত ভুষন।
অগ্নি দত্ত অগ্নি শুদ্ধ দুতয় বসন॥ ৪৬১
মাল্যবস্ত্র অলঙ্কাৰে কৃষ্ণক বৰিলা।
ভিষ্মক নৃপতি ৰঙ্গে প্রণাম কৰিলা॥
ৰথৰ মুকুট মনি বিশ্বকর্ম্মে দিলা।
সেহি মনি গোট ৰাজা কৃষ্ণত অর্পিলা॥ ৪৬২
কৃষ্ণৰ শিৰত মনিৰাজ প্রকাশয়।
দ্বিতীয় মার্ত্তণ্ড যেন সভাত উদয়॥
ৰত্নৰ আধাৰ সমে ধুপ ৰুচিকৰ।
ৰত্নৰ প্রদীপ দিলা আতি মনোহৰ॥৪৬৩
ৰত্ন পাত্র সমে নৈবেদ্যক ৰাজা দিলা।
পাত্র সমে নানা পুষ্পে কৃষ্ণক পুজিলা॥
পাচে ৰত্ন সিংহাসন দিলা ভক্তি কৰি।
পুনৰাচমনি দিলা কৃষ্ণক সাদৰি॥ ৪৬৪
কর্পুৰ তাম্বুল দিলা পাত্রে সমন্বিত।
পাচে সুবাসিত জল দিলা মনোনীত॥
ৰজি কৰি ৰম্যসয্যা ৰতনে ৰচিত।
দিলন্ত নৃপতি পাচে বিভানে সহিত॥ ৪৬৫
এহিমতে বৰিলন্ত ভিষ্মক নৃপতি।
পাচে পুষ্পাঞ্জলি ত্রয় দিলা মহামতি॥
কৃতাঞ্জলি কৰি পাচে ভিষ্মক নৃপতি।
ভক্তি কৰি কৃষ্ণ পাৱে কৰিলন্ত তুতি॥ ৪৬৬
ব্রহ্মা বৈবর্ত্তৰ পদ মহা পুৰাণৰ।
ৰুক্মিনী কৃষ্ণৰ কথাচয় মনোহৰ॥
সপ্তাধিক শত পদ কথা মনোহৰ।
শ্রদ্ধা কৰি চলা সবে বৈকুণ্ঠ নগৰ॥ ৪৬৭
সমস্তে কামক ত্যেজি আক কৰা সাৰ।
ৰুক্মিণী-কৃষ্ণৰ নামে হুয়োক নিস্তাৰ।

---

## ৰুক্মিনীৰ সম্প্রদান।

নাৰায়ণ বদতি নাৰদ মুণিবৰ।
আত অনন্তৰে কথা শুনা মনোহৰ॥ ৪৬৮
ৰুক্মিণী সুন্দৰী ৰত্নময় সিংহাসনে।
অলঙ্কাৰে বিভুষিল পাচে নাৰীগণে॥
অগ্নি শুদ্ধ বস্ত্র দুই পিন্ধাই অনন্তৰ।
খোপা বিৰচিলা পুষ্প মাল্য মনোহৰ॥ ৪৬৯
অল্প হাস্য কৰি চাহে ৰত্নৰ দর্পণ।
কপালে কস্তুৰি বিন্দু পিন্ধাইলা চন্দন॥
সিন্দুৰৰ বিন্দু শোভে কপাল মধ্যত।
ডাৰিম্বৰ পত্র বিৰচিলা কপালত॥ ৪৭০
তপ্ত সুবর্ণৰ বর্ণ শত চন্দ্র কান্তি।
চন্দনে লেপিত অঙ্গ শোভা কৰে শান্তি॥
মালতীৰ মাল্যে তাত কৰয় ভুষিত।
কঙ্কালে কিঙ্কিনী চয় কুণ্ডলে ৰঞ্জিত॥ ৪৭১
সপ্ত ৰাজ পুত্রে কন্যা গন সমন্বিত।
ৰুক্মিনীক প্রবেশাইলা জজ্ঞৰ বেদিত॥
দেৱ মুনি সিদ্ধ ৰাজা গনে নিৰেখিলা।
ৰুক্মিণীৰ ৰূপে সবে বিমোহিত ভৈলা॥ ৪৭২
সাতবাৰ প্রদক্ষিণ কৃতাঞ্জলি কৰি
সাতবাৰ প্রনামিলা স্বামীক সুন্দৰী॥
চন্দন বাসিত জলে পল্লৱক ধৰি।
ৰুক্মিণীক শান্তি কৰিলন্ত দেৱ হৰি॥ ৪৭৩
ৰুক্মিনি দেবীয়ো শান্তি কৃষ্ণক কৰিলা।
ভার্য্যা স্বামী দুয়ো পাছে মুখ নিৰেখিলা॥
ৰুক্মিনীয়ো কৃষ্ণ মুখে চান্তে ঘনে ঘন।
কৃষ্ণেয়ো চাহন্ত ৰুক্মিনীৰ সুবদন॥ ৪৭৪
পাচে ৰাজা ৰুক্মিনীক কৰিয়া মিনতি।
আপোন কোলাত বৈসাইলন্ত নৰপতি॥
বেদ মন্ত্রে সম্প্রদান কৰিয়া সভাত।
ৰুক্মিনীক সমৰ্পিলা কৃষ্ণৰ হাতত॥ ৪৭৫
পিতৃৰ আজ্ঞায়ে কৃষ্ণে স্বস্তিক বুলিলা
ৰুক্মিনীক পাচে কৃষ্ণে গ্রহন কৰিলা॥

পুৰ্ব্বে শিৱে পাৰ্ব্বতীক বিবাহ কালত।
গ্ৰহন কৰিলা যেন বিষ্ণুৰ বাক্যত॥ ৪৭৬
পঞ্চলক্ষ সুবৰ্ণক ভিষ্মক নৃপতি।
কৃষ্ণক দক্ষিনা দিলা কৰিয়া ভকতি॥
বেদমন্ত্ৰে সম্প্ৰদান দক্ষিনা দিলন্ত।
পিতৃৰ আজ্ঞায়ে কৃষ্ণে স্বস্তি বুলিলন্ত॥ ৪৭৭
বিবাহৰ কৰ্ম্ম যেবে ভৈলা সমাপত।
পুনু ৰাজা ৰুক্মিনীক কোলাত লৈলন্ত॥
কন্যাক কোলাত লৈয়া ৰুক্মিনীৰ তাত।
মহামোহে কান্দিলন্ত দেৱৰ সভাত॥ ৪৭৮
নেত্ৰৰ লোতকে ৰুক্মিনীক তিয়াইলন্ত।
বিনয় বচনে কৃষ্ণ চৰনে দিলন্ত॥
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ আতি মনোহৰ।
সপ্তাধিক শত অধ্যায় যে ৰুচিকৰ। ৪৭৯

## বিবাহৰ পাচত কৃষ্ণ-ৰুক্মিনীক সম্ভাষণ।

পদ।

নাৰায়ণ বদতি শুনিয়ো মুনিবৰ।
ৰুক্মিনী কৃষ্ণৰ কথাচয় বিবাহৰ॥
পাচে ৰুক্মিনীৰ মাতৃ সুভদ্ৰা সুমতি।
লগে লৈয়া কন্যাগন পতি পুত্ৰৱতী॥ ৪৮০
আগবঢ়ি আসি যেবে কৰি কতুহল।
নিৰ্মুঞ্ছন আদি কৰি কৰিলা মঙ্গল॥
ৰত্নৰ মন্দিৰে ৰত্নময় সিংহাসনে।
কৃষ্ণ ৰুক্মিনীক বসুৱাইল নাৰীগনে॥ ৪৮১
দেৱ মুনি সমস্তৰ যতেক সুন্দৰী।
পৃথকে কৰিলা স্তুতি কৃতাঞ্জলি কৰি॥
তাত পাচে ৰাজপত্নী কৰি কৌতুহলে।
বৰকন্যা দুহান্তক ভোজন কৰাইলে॥ ৪৮২
পৰম আদৰে দিলা সুবাসিত জল।
তাত পাচে দিলা সতী কৰ্পুৰ তাম্বুল॥
পাছে দুৰ্গা মঙ্গল পত্ৰিকা দিলা আনি।
কৃষ্ণক পঢ়িবে আনি দিলন্ত গোসানী॥ ৪৮৩
তোমাক পঢ়িবে দেই সবে নাৰীগন।
মঙ্গল পত্ৰিকা পঢ়া দেৱকী নন্দন॥

পাৰ্ব্বতীৰ বানী শুনি [illegible] নাৰায়ণ।
মঙ্গল পত্ৰিকা পাঠ কৰিলা তেখন॥ ৪৮৪
লক্ষ্মী সৰস্বতী দুৰ্গা সাবিত্ৰী ৰাধিকা।
তুলসী পৃথিবী গঙ্গা যমুনা মেনকা॥
সতৰূপা দেবী সীতা দেবী দেৱহুতি।
দেৱমাতৃ অদিতি তাৰকা অৰুন্ধতি॥ ৪৮৫
এতি দেবীগনে ভাৰ্য্যাস্বামীৰ মঙ্গল।
সৰ্ব্ব দায়ে সাধন্তোক দুহানো কুশল॥
মঙ্গল পত্ৰিকা পাঠ শুনি নাৰী গন।
পৰম আনন্দে হাসিলন্ত তেতিক্ষন॥ ৪৮৬
পাৰ্ব্বতী বদতি শুনা ৰুক্মিনীৰ পতি।
ৰুক্মিনীক চাহিয়োক তুমি মহামতি॥
নবীন যৌবনী সতী আতি ৰূপৱতী।
তানমুখ চাহিয়োক তুমি যদুপতি॥ ৪৮৭
ৰুক্মিনীয়ো তযুমুখ চাহোক সম্প্ৰতি।
ত্ৰৈলোক্য মোহন ৰূপ নবীন যুবতী॥
সচী নিগদতি শুনিয়োক দেৱ হৰি।
তোমাক লভিলা সতী বহু পুন্য কৰি॥ ৪৮৮
তোমাৰ শদৃস ৰূপ ৰুক্মিনী সুন্দৰী।
তানমুখ চাহিয়োক তুমি দেৱহৰি॥
সাবিত্ৰী বদতি শুনা দেৱ দামোদৰ।
তুমি যেন কন্যা তেনে লভিলা ইশ্বৰ॥ ৪৮৯
পুৰ্ব্বত বিধাতা কৰি আছে নিৰূপন।
বিদগ্ধা বিদগ্ধ সমে সঙ্গম শোভন॥
ৰতী নিগদতি শুনা যুবতীসকল।
ইশ্বৰেৰে পৰিহাস নসাধে মঙ্গল॥ ৪৯০
ধ্যানৰো অসাধ্য কৃষ্ণ জগত ইশ্বৰ।
তাহান হোৱয় ভাৰ্য্যা ৰুক্মিনী পুৰ্ব্বৰ॥
ৰোহিনী বদতি শুনা জগতৰে তাত।
সত্য কথা কহিয়োক নাৰীৰ সভাত॥ ৪৯১
ৰাধিকা কি মত ৰুক্মিনী বা কেন নয়।
দুইৰো ৰূপ গুন কৃষ্ণ কহিয়ো নিশ্চয়॥

...ৰতী বদতি মুনিয়ো কন্যাযত।
ৰাধাত যিমত প্ৰীতি নুহিকে আনত ॥ ৪৯২
পুৰ্ব্ব কালে ৰাধা দেৱী কৃষ্ণৰ সঙ্গিনী।
সমস্তে ক্রিড়াক জানা ৰাধা সুবদনী ॥
প্রাণ অধিষ্ঠাতা দেৱী ৰাধিকা কৃষ্ণৰ।
প্রানতো অধিক প্রীতি কৰয় আদৰ ॥ ৪৯৩
ৰাধাত যাদৃশ প্রীতি কৃষ্ণৰ সতত।
সেহিমতে প্রীতি নহৈবেক ৰুক্মিনীত ॥
সাক্ষাতে ৰুক্মিনী দেৱী লক্ষ্মী অৱতাৰ।
সৰ্ব্ব শক্তি ৰূপ ইশ্বৰৰ জানা সাৰ ॥ ৪৯৪
বুদ্ধিৰ ইশ্বৰী দুর্গা দেৱী নাৰায়ণী।
বেদ অধিষ্ঠাতা দেৱী সাবিত্রী জননী ॥
ব্ৰহ্মা শিৱ গনেশ অনন্ত দিবাকৰ।
লক্ষ্মী দুর্গা আনো আনো ভক্ত নিৰন্তৰ ॥ ৪৯৫
ৰাধিকা পাইলন্ত কৃষ্ণৰ প্রসাদ যেনয়।
এহি সবে নপাইলন্ত প্রসাদ তেনয় ॥
ত্রৈলোক্য ভিতৰে বসুমতী ধন্যা হয়।
মহা পুন্যৱন্ত যাত ভাৰত আছয় ॥ ৪৯৬
ধন্য পুন্যৱন্ত ভৈল বৰ্ষত ভাৰত।
যাতো বৃন্দাবন আছে ভাৰত মধ্যত ॥
ধন্য পুন্য বৃন্দাবন এতেকে ভৈলন্ত।
ৰাধিকাৰ পদে চিহ্ন যিহেতু আছন্ত ॥ ৪৯৭
সমস্তে দেৱীতো কৰি ৰাধা পুন্যৱন্তী।
সমস্তে দবীতো কৰি শ্রেষ্ঠ ৰাধা সতী ॥
ৰাধিকা দেৱীৰ পাদ পদ্মৰ নখত।
শোভন আলতা পিন্ধাই দেৱ ভগৱন্ত ৪৯৮
হেনয় শুনিয়া সভাসদ নাৰীগণ ॥
মুখে বস্ত্র লৈয়া হাসিলন্ত তেতিক্ষন ॥
সভাৰ সমস্তে নাৰী কৃষ্ণৰ আগত।
চিন্তিবে লাগিলা ৰাধিকাক হৃদয়ত ॥ ৪৯৯
সেহি বেলা ৰাধিকাক নমস্কাৰ কৰি।
কৃতকৃত্য মানিলন্ত সমস্তে সুন্দৰী ॥
সৰস্বতী বাণী শুনি সবে নাৰীগন।
সাধু সাধু ৰাধা সতী বুলিলা বচন ॥ ৫০০
ভিষ্মক নৃপতি পাচে কৰিয়া সাদৰ।
দেৱগণ ৰাজাগণ মুণি নিৰন্তৰ ॥
সবাকে পুজিয়া ৰাজা কৰাইলা ভোজন।
সাদৰে দিলন্ত ধন বস্ত্র আভৰন ॥ ৫০১
দিয়া দিয়া খোৱা খোৱা বচন আন্দোল।
নগৰত উঠি গৈল হেন মহাৰোল ॥
গীত বাদ্য সুমঙ্গল অনেক কৰিল।
সমস্ত প্রজাৰ মনে আনন্দ মিলিল ॥ ৫০২
এহিমতে ভৈল যেবে ৰজনী প্রভাত।
ব্ৰহ্মা হৰ আদি কৰি দেৱ অসংক্ষাত ॥
আপুনি বিমানে চৰিলন্ত দেৱগন।
ৰাজাগনো ৰথে চৰিলন্ত তেতিক্ষন ॥ ৫০৩
শীঘ্র কৰি ৰথে চৰিলন্ত উগ্রসেন।
বসুদেৱো চলিলন্ত যত যদুগন ॥
সমস্তে চলিলা ৰথে আনন্দিত মন।
কৃষ্ণ ৰুক্মিনীক যাত্রা কৰাইল তেখন ॥ ৫০৪
সুভদ্রা ৰুক্মিনী মাতৃ বিষাদ কৰিয়া।
কান্দিবে লাগিল ৰুক্মিনীক কোলে লৈয়া ॥
কৈক যাস মাৱমাক তুমি পৰিহৰি।
তোমাক তেজিয়া মই জীবো কেনকৰি ॥ ৫০৫
তুমি বা মোহোক তেজি জীবা কেনকৰি।
মোৰ গৃহে মহালক্ষ্মী আছিলা সুন্দৰী ॥
মোৰ গৃহ তেজি যাৱ কৃষ্ণৰ ভবন।
বাসুদেৱ প্রিয়া হৈৱা তুমি সৰ্ব্বক্ষন ॥ ৫০৬
মহা শোকে এহিবুলি সুভদ্রা সুন্দৰী।
নেত্র জলে তিয়াইলেক কন্যা কোলে কৰি ॥
ৰুক্মিনীক কৃষ্ণ পাৱে অৰ্পিলা ভিষ্মক।
মহাশোকে কান্দিলন্ত বহয়ে লোতক ॥ ৫০৭
পিতৃমাতৃ দুইৰো গলে ধৰিয়া ৰুক্মিনী।
কান্দিবে লাগিলা দেৱী চন্দ্রমা বদনী ॥

মায়া কৰি কৃষ্ণ দেৱো তথাতে কান্দন্ত।
দেৱ মুনিগনো আসি প্ৰবোধ কৰন্ত॥ ৫০৮
বৰকন্যা দুয়ো পাচে ৰথত চৰিলা।
ভিষ্মক নৃপতি পাচে যৌতকক দিলা॥
গজিন্দ্ৰ সহস্ৰ দিলা ঐৰাবত সম।
তাহাৰ দ্বিগুন দিলা ঘোৰা মনোৰম॥ ৫০৯
দাসীৰ সহস্ৰ দিলা দাস দুই শত।
তৃতয় সহস্ৰ ৰত্ন দিলা মনোগত॥
অমূল্য ভুষন দিলা ভিষ্মক নৃপতি।
পঞ্চলক্ষ্য সুবৰ্ণ দিলন্ত মহামতি॥ ৫১০॥
জল ভোজনৰ পাত্ৰ সুদ্ধ সুবৰ্ণৰ।
বিশ্বকৰ্ম্মে বিৰচিত বিসুদ্ধ ৰত্নৰ॥
বৎসে সমে সহস্ৰেক ধেনু দুগ্ধৱতী।
নবীন প্ৰসুতা দিলা অতি ৰূপৱতী॥ ৫১১
অগ্নি সুদ্ধ বস্ত্ৰ দিলা কৰিয়া সাদৰ।
আনো নানা দিব্য ৰত্ন দিলা মনোহৰ।
কৃষ্ণৰ চৰণে ৰাজা কৰিয়া ভকতি।
সমস্তে যৌতক দিলা ভিষ্মক নৃপতি॥ ৫১২
কতোদূৰ আগবাঢ়ি গৈয়া মহিপতি।
কৃষ্ণক প্ৰনামি বৈলা অসন্তোষ মতি॥
দেৱ মুনি সমে বসুদেৱ উগ্ৰসেন।
দ্বাৰকাক অভিমুখে যান্ত ইন্দ্ৰযেন॥ ৫১৩
প্ৰসন্ন বদনে সবে পুৰ প্ৰৱেশিলা।
সুমঙ্গল নানা বাদ্য সকলে বজাইলা॥
দৈৱকী ৰোহিনী যসোদাক আদি কৰি।
আদিতী যে দিতী আনো দেৱৰ সুন্দৰী॥৫১৪
উদ্ধৱ কামিনী আনো ঋষি পত্নীগন।
বৰকন্যা আগ বাঢ়ি গৈলা তেতিক্ষন॥
উৰুলি জোকাৰ পাৰে সবে নাৰীগ।
গৃহ প্ৰৱেশাইলা নিয়া আনন্দিত মন॥ ৫১৫
নানাবিধ সুমঙ্গল কৰি নাৰী গণে।
বৰ কন্যা প্ৰৱেশাইলা ৰত্নৰ ভৱনে॥

দেৱমুনি ৰাজাগণ লগে প্ৰজাগণ।
চতুৰ্ব্বিধ অন্ন ৰস কৰাইলা ভোজন॥ ৫১৬
বন্ধুগন দ্বিজগণ ভট আদি কৰি।
সবাকে ভুঞ্জাইলা বসুদেৱ মান্যকৰি॥
যথাযোগ্য ধন ৰত্ন দিলা বসুদেৱ।
সবাকে সন্তোষ দিয়া কৰিলন্ত সেৱ॥ ৫১৭
দেৱমুনি গণে৷ গৈল আপোন ভৱন।
আপোন মন্দিৰে চলি গৈলা ৰাজাগণ॥
ধন বস্ত্ৰ অলঙ্কাৰ লভি সমস্তয়।
পৰম আনন্দে চলি গৈলা নিজালয়॥ ৫১৮
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰাণৰ।
ৰুক্মিনী কৃষ্ণৰ কথাচয় বিবাহৰ॥
অষ্টাধিক সত অধ্যায়যে মনোহৰ।
শুনিয়োক নৰনাৰী সব নিৰন্তৰ॥ ৫১৯
শ্ৰদ্ধাকৰি শুনি পাইবা বৈকুণ্ঠ নগৰ।
শ্ৰৱন মাত্ৰকে গুছে পাপ নিৰন্তৰ॥
কলিমল বিনাসন কৃষ্ণৰ চৰিত্ৰ।
ইহাক শুনিয়া কৰা দেহাক পবিত্ৰ। ৫২০
মুখে নাম হৃদি ৰূপ সঙ্গ ভকতৰ।
কৃষ্ণ কথাচয় কৰ্ণে শুনা নিৰন্তৰ॥
কৃষ্ণেসে দেৱৰো দেৱ জানি নিৰন্তৰ।
তান নাম মুখে লৈয়া ভজা দামোদৰ॥ ৫২১
সমস্তে বিষয় সুখ মনে পৰিহৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি
বলোৰাম দ্বিজে বোলে এড়ি আন কাম।
কৃষ্ণত ভকতি কৰি বোলা কৃষ্ণ ৰাম॥ ৫২২

ইতি শ্ৰীদ্বাৰকা বৰ্ন্নণ কথা সমাপ্ত।

---

## পাপৰ পৰিচয়।

পদ ॥

যাহাক দেখিলে পাপ হৱে নিৰন্তৰ।
সেহিকথা কহো পিতৃ শুনা আত পৰ ॥
দুঃস্বপ্ন দেখিলে পিতৃ পাপৰ কাৰণ।
কেৱলে দুখৰ বীজ জানা তপোধন ॥ ১
গো-বধী ব্ৰহ্মবধী পুন্যক বিক্রয়।
পিতৃবধী মাতৃবধী কুটিল যি হয় ॥
দেৱতা হনন কৰে বিশ্বাস ঘাতক।
মিচাসাক্ষী হৱে যিতো অথিতি বঞ্চক ॥ ২
গ্ৰামক যজয় দেৱ বিপ্ৰধন হৰে।
অশ্বথ ছেদন শিৱ বিষ্ণু নিন্দা কৰে ॥
অদীক্ষিত সন্ধ্যাহীন দ্বিজ অনাচাৰ।
দেৱলিয়া হোৱয় সুদ্ৰৰ সুপকাৰ ॥ ৩
সুদ্ৰ শ্ৰাদ্ধ অন্নভুঞ্জে শৱকো দহয়।
বৃষকো বাহয় দ্বিজে সুদ্ৰ পতিহয় ॥
পতি পুত্ৰ যিতো স্ত্ৰীৰ নাই সমুদাই।
নাক কাটি যিতো স্ত্ৰীৰ স্বামী ভক্তি নাই। ৪
দেৱতা ব্ৰাহ্মন নিন্দা কৰে যিতোনৰে।
বিষ্ণু ভক্তি হীন যিতো চৌৰ কৰ্ম্ম কৰে ॥
সুদ্ৰৰ বিধৱা চাণ্ডালিনী যিতোহয়।
ব্যভিচাৰী নাৰীক দেখিবে নলাগয় ॥ ৫
সদা ক্ৰোধযুক্ত দুষ্ট যিতো জন হয়।
সৰ্ব্বদাই স্থুলধৰি যিপুনু ফুৰয় ॥
উপপতি জাতমিচা সদায় বহয়।
শৰনাগতক পিতৃ যিজনে ঘাতয় ॥ ৬
সিমাক হৰয় যিতো জন দুৰাশয়।
যিতো সুদ্ৰে ব্ৰাহ্মনীক গমন কৰয় ॥
অধৰমী কৰ্ম্ম দ্বিজে সদায় কৰয়।
চাৰিজাতি অগম্যা গমন আচৰয় ॥ ৭
আপোন মাতৃক আৰু সপত্নী মাতৃক।
আপোন দুহিত্ৰী সাশু আৰু ভাগীনীক ॥
গুৰুপত্নী পুত্ৰপত্নী পত্নী সোদৰৰ।
মাতৃ পিতৃ ভাগিনিৰ ভাৰ্য্যা ভাগীনৰ ॥ ৮
নৱ বিবাহিতা কন্যা ভাৰ্য্যা পিতৃব্যৰ।
ৰজস্বলা ভাৰ্য্যা আৰু ভাৰ্য্যা মাতুলৰ ॥
পিতৃ মাতৃ দুইৰো মাতৃ সতী যিতো হয়।
এহি অষ্টাদশ ব.প অগম্য নিশ্চয় ॥ ৯
অষ্টাদশ নাৰীসমে দুষিত হোৱয়।
সেহি নৰ নাৰী দেখি ব্ৰহ্ম বধী হয় ॥
গোবধীক ব্ৰহ্ম বধী আদি কৰি যত।
দৈব্য যোগে দেখি পাপ লভে নানা মত ॥ ১০
এহি পাপী সব দেখি সূৰ্য্যক চাহিব।
সূৰ্য্য দেখি তাত পাচে বিষ্ণুক স্মৰিব ॥
কামনা কৰিয়া যদি চাৱে পাপী গন।
তাৰ পাপ তুল্য পাপ হোৱয় তেখন ॥ ১১
এতেকেসে সন্তসবে পাপীক নচাই।
পাপে ভয় কৰি থাকে জানা নন্দৰাই ॥
সৰ্ব্ব গ্ৰাস গ্ৰহণক নৰে নচাহিব।
জন্ম তাৰা বধ তাৰা তাহাকো তেজিব ॥ ১২
জন্ম ৰাশি সষ্ঠ অষ্ট দ্বাদশ নৱমে।
যাদ চন্দ্ৰ স্থিতি হৱে অপৰ দশমে ॥
চতুৰ্থ ৰাশিত চন্দ্ৰ সূৰ্য্য নচাহিব।
অন্যত্ৰ ৰাশিত চন্দ্ৰ সূৰ্য্যক দেখিব ॥ ১৩
ভাদ্ৰৰ মাসত সুক্ল কৃষ্ণা চতুৰ্থীত।
উদিত চন্দ্ৰক নচাহিবা কদাচিত ॥
চন্দ্ৰ তাৰা হৰণ কলঙ্ক মহাপাপ।
কামনা কৰিয়া চাইলে পাৱে আতি শাপ ॥ ১৪
অজ্ঞানতো যদি নৰে চন্দ্ৰক দেখয়।
মন্ত্ৰ পুত জল পানে সুদ্ধিক কৰয় ॥
নিস্কলঙ্ক হৱে সিতো নন্দ মহাশয়।
কহিলোহো দেখা পাপ তোমাত নিশ্চয় ॥ ১৫

২২০

আৰু কিবা কহিবোহো কহা মহাশয়।
নিশ্চয় কহিবো মঞি নকৰা সংশয় ॥
নন্দ নিগদতি শুনিয়োক দেৱ হৰি।
ৰাহু গ্ৰস্ত চন্দ্ৰ সূৰ্য ভৈলা কেন কৰি ॥ ১৬
নষ্ট চন্দ্ৰ চতুৰ্থীৰ ভাদ্ৰৰ মাসত।
কিয় ভৈলা সেহিকথা কহা দামোদৰ ॥
বেদৰো জনক তুমি দেৱ নাৰায়ণ।
তোমাত বিনাই কাত সুধিবো কাৰণ ॥ ১৭
ভগৱন্ত নিগদতি নন্দ মহাশয়।
দেৱৰ নিসিদ্ধ কথা কৈবে নলাগয় ॥
বেদৰ নিশ্বাষ জ্ঞানী গনে নকহয়।
এহি কথা এড়ি আন পোছা মহাশয় ॥ ১৮
নন্দ নিগদতি প্ৰভু দেৱ সনাতন।
ভক্তক নবঞ্চি তুমি কহিয়ো কাৰণ ॥
ভগৱন্ত নিগদতি শুনা নন্দ ৰাজ।
পুৰাতন কথাক কহিবো নাহি বাজ ॥ ১৯
যাহাক শুনিলে তীৰ্থ স্নান ফল পাই।
নিস্কলঙ্ক নৰ হয়ে জানা নন্দ ৰাই ॥
সমস্তে পাতকী দেখি যিতো পাপ ভয়।
আখ্যান শ্ৰৱনে ভস্মিভুতক কৰয় ॥ ২০
একদিনা কতুহলে যামদগ্নি ঋষি।
ৰেণুকা সহিতে গৈলা পৰম হৰিষি ॥
নৰ্ম্মদা নদীৰ তীৰে আতি মনোহৰ।
ৰেণুকা সহিতে ঋষি ক্ৰিড়িলা বিস্তৰ ॥ ২১
নৱ বিবাহিতা সতী নবীনা জৌবনী।
স্তন ভৰে নম্ৰগতি ৰতন ভুষনী ॥
শ্বেত চম্পকৰ বৰ্ণ সুবেশ ধাৰনী।
মুখে অল্প হাস্য পুৰ্ণ চন্দ্ৰমা বদনী ॥ ২২
শ্ৰোনি ভৰে মন্দ গতি অতি নিৰুপম।
সুন্দৰী গনৰ মধ্যে নাহি যাৰ সম ॥
আতি সূক্ষ্ম বস্ত্ৰে দেহ কৰি বিভূষণ।
কাম বানে আৰ্ত্ত পুলকিত অঙ্গগণ ॥ ২৩
কটাক্ষ্য কৰিয়া সতী মুনিক দেখন্ত।
নিৰ্য্যান স্থানত মুনি তাঙ্ক ৰমিলন্ত ॥
কোকিলৰ নাদ তাত আতি মনোৰম।
মধুকৰে গুঞ্জ ৰৱ কৰয় উত্তম ॥ ২৪
সুগন্ধী পৱন বহে তাত ৰুচিকৰ
পুষ্প সয্যা কৰি আছে দেখিতে সুন্দৰ ॥
চন্দনে লেপিত অঙ্গ বস্ত্ৰ মাল্যধাৰ।
মহাৰাস কৰি আছিলন্ত মুনিবৰ ॥ ২৫
ৰেনুকা সহিতে ঋষি ক্ৰিড়িয়া আছন্ত।
সেহিবেলা সূৰ্য্য আসি ভৈল উপনীত ॥
সূৰ্য্য নিগদতি ধৰ্ম্মবক্তা মুনিবৰ।
জ্ঞানী মধ্যে নাহিকয় তুমি সমসৰ ॥ ২৬
বেদ কৰ্ত্তা ব্ৰহ্মা তযু পিতামহ হয়।
চাৰি বেদ জানি আছা তুমি মহাশয় ॥
বেদ অঙ্গ কৰ্ত্তা তুমি ধৰ্ম্মজ্ঞঁ নিছয়।
বেদজ্ঞানী মধ্যে শ্ৰেষ্ঠ তুমি মহাশয় ॥ ২৭
মহাতপশালী তেজৱন্ত ব্ৰহ্মচাৰী।
ব্ৰহ্মকো সাখ্যাত কৰা তুমি ব্ৰতধাৰী ॥
তোমাৰ মুখৰহন্তে পঢ়ি সাস্ত্ৰ চয়।
হুয়া আছে সুপণ্ডিত ধৰ্ম্মক কহয় ॥ ২৮
বেদৰ বিহিত ধৰ্ম্ম বোলে মহাশয়।
বেদৰ নিষিদ্ধ জানা অধৰ্ম্ম হোৱয় ॥
ধৰ্ম্মজ্ঞঁ সকলে জানা ধৰ্ম্মক কৰয়।
অধৰ্ম্মী সকলেহু অধৰ্ম্মক আচৰয় ॥ ২৯
ধৰ্ম্মৱন্ত হুয়া কেনে ধৰ্ম্মক তেজয়।
দিবসত মৈথুনক নিসিদ্ধ হোৱয় ॥
দিবসে মৈথুন দোষ জানা মহাশয়।
বিশেষ কৰিয়া বেদে কহিয়া আছয় ॥ ৩০
সমস্তে কৰ্ম্মৰ সাখী আমি মহাশয়।
এতেকেসে ধৰ্ম্মকথা কহিছো নিশ্চয় ॥
দ্বিজৰূপ ধৰি স্যূৰ্য্য বচন বুলিলা।
সূৰ্য্যৰ বচন শুনি মৈথুন তেজিলা ॥ ৩১

বিপ্ৰৰূপ ধাৰী সূৰ্য্য দেখিয়া তহিত।
যামদগ্নি মুণিবৰ ভৈল সচকিত॥
ৰকত নয়ন ভৈলা কোপ বিপৰীত।
মহালাজ পাইলা ঋষি ৰেনুকা সহিত॥ ৩২
ৰেনুকায়ো শীঘ্ৰে গৈয়া পিন্ধিলা বসন।
সেহিবেলা যামদগ্নি বুলিলা বচন॥
কোন তঞি আপোনাক মানস পণ্ডিত।
তোত পৰে আন নাই পণ্ডিত ভুমিত॥ ৩৩
ভৃগুবংসে জন্ম মঞিঁ তঞিঁ কাস্যপৰ।
ধৰ্ম্ম অধৰ্ম্মাক জানো চাৰিও বেদৰ॥
বেদকো জানোহোঁ মই জানো সাস্ত্ৰ গন।
বেদৰ বিহিত কৰ্ম্ম জানো সৰ্ব্বক্ষন॥ ৩৪
বেদৰ নিসিদ্ধ জানা অধৰ্ম্ম বোলয়।
সুকৰ্ম্মে ৰহিত যিতো অজ্ঞানী হোৱয়॥
তাহাৰেসে বেদ বাক্য কৰিবে লাগয়।
তেজস্বিৰ দোষচয় যেন নাহিকয়॥ ৩৫
সৰ্ব্ব ভক্ষ্য বহ্নি যেন সবাকে দহয়।
তেজস্বিৰ দোষ জানিবাহা সেহিনয়॥
তুমি সমে ছৈধ্য সাখী পাপৰ পুন্যৰ।
শাস্তা ফল দাতা নোহে বৈষ্নব জনৰ॥ ৩৬
বিষ্ণুভকতৰ নাই অশুভ কিঞ্চিত।
সুদৰ্ষণ চক্ৰে ৰাখি থাকে প্ৰতি নিত॥
আমাৰ শাসন কৰ্ত্তা ব্ৰহ্মা বিষ্ণু হৰ।
তিনি দেৱ বিনে আন নুহিকে অপৰ॥ ৩৭
ৰাজ পুত্ৰে যেন মতে স্বচ্ছন্দে ফুৰয়।
সেহি মত স্থিতি মোৰ জানিবা নিশ্চয়॥
দিবাকৰ আদি কৰি যত সাখী আৰ।
সিখাইবে নপাৰে আমাসাক অনিৰ্ব্বাৰ॥ ৩৮
ইন্দ্ৰ আদি কৰি যত আছে দেৱগণ।
সপি ভস্ম কৰিবাক পাৰো এতিক্ষন॥
মোৰ শাস্তা ভগৱন্ত দেৱ নাৰায়ণ।
মোহোৰ আগত ধৰ্ম্ম বক্তা তঞি কোন॥ ৩৯
স্বস্থানে চলিয়ো মোৰ নোতোলাইবি খঙ্গ।
নিৰ্য্যান অৰন্যে তই কৰ ৰস ভঙ্গ॥
মোৰ শাপে পাপ দৃশ্য ৰাহু গ্ৰহ তঞি।
হৈবি দিবাকৰ সূৰ্য্য শাপ দিলো মঞি॥ ৪০
বায়ু নিয়া মেঘে যে তোমাক ঢাকিবেক।
সেহিকালে আমাচ্ছন্ন সমস্তে হুইবেক॥
মোৰসম তেজৱন্ত নাহিকে অপৰ।
হেন গৰ্ব্ব কৰ তঞি দেৱ দিবাকৰ॥ ৪১
তেজ হয়ো হৈব তোৰ জানিয়ো নিচ্চয়।
ৰাহু গ্ৰস্থ অল্প তেজ হৈবে মহাশয়॥
ঋষিৰ শুনিয়া শাপ পাচে দিবাকৰ।
কৃতাঞ্জলি কৰি তুতি কৰিলা বিস্তৰ॥ ৪২
সূৰ্য্য নিগদতি যামদগ্নি মুনিবৰ।
অবধ্য ব্ৰাহ্মণ ধন্য মান্য শ্ৰেষ্ঠত্তৰ॥
নাৰায়ণ শিৱ ব্ৰহ্মা আদি দেৱবৰ।
গনেশ অনন্ত ধৰ্ম্ম আদি নিৰন্তৰ॥ ৪৩
ব্ৰাহ্মণক কৰে তুতি সবে দেৱগন।
সবাৰো নমস্য বিপ্ৰৰূপী জনাৰ্দ্দন॥
বিপ্ৰদত্ত দ্ৰব্য আমি কৰোহো ভক্ষন।
ইন্দ্ৰ অগ্নি আদি কৰি যত দেৱগন॥ ৪৪
দেৱক পুজয় দ্বিজে দ্বিজক পুজয়।
পৰস্পাৰে পুজা কৰে জানা মহাশয়॥
ক্ষমা কৰা দ্বিজবৰ বৈষ্নব একান্ত।
স্বধৰ্ম্ম আচৰি ক্ৰোধ কৰা উপশান্ত॥ ৪৫
বৈষ্নৱৰ কেনে কোপ দ্বিজ মহাশয়।
বৈষ্নৱ সকলে সদা কৃষ্নক ছিন্তয়॥
পৰষ্পাৰে স্নেহ পাত্ৰ দেৱ ব্ৰাহ্মণৰ।
স্নেহক ছেদন কৰা কেনে দ্বিজবৰ॥ ৪৬
মোক শাপ দিলা তুমি ময়ো দিবো শাপ।
নিস্তেজযাজন মোক নোবোলয় পাপ॥
যদি আমি শাপ নেদো তোমাক নিচ্ছয়।
নিস্তেজয বুলিয়া হাসিবেক নৰচয়॥ ৪৭

ক্ষেত্ৰিয়ৰ অস্ত্ৰে তযু হৈবেক মৰণ।
পৰাভৱ কৰিবে তোমাক ক্ষেত্ৰিগন॥
সূৰ্য্যৰ বচন শুনি পাচে দ্বিজবৰ।
মহাকোপে বুলিলন্ত শুনা দিবাকৰ॥ ৪৮
শিৱে তোক জিনিবেক হৈবি পৰাজয়।
হেন শাপ যেবে ঋষি দিলা মহাশয়॥
দুইহানো কন্দল পাচে জানি প্ৰজাপতি।
কাশ্যপ সহিতে আসিলন্ত মহামতি॥ ৪৯
দুইহান্তো বুলিলা ব্ৰহ্মা কৰিয়া সাদৰ।
শুনিয়োক দিবাকৰ শুনা দ্বিজবৰ।
ক্ষমা কৰা সূৰ্য্য তুমি দেৱ নাৰায়ণ।
তোমাৰ যে প্ৰতিপাল্য অবধ্য ব্ৰাহ্মণ॥ ৫০
তযু পিতৃ ভৃগু মোত কহিয়া আছয়।
এতেকেসে শাপ অন্ত কৰো মহাশয়॥
মাৰিচি কাশ্যপে মোক বুলিয়া আছয়।
এতকে দুহানো শাপ কৰিবো নিৰ্ন্নয়॥ ৫১
শান্ত হোৱা দিবাকৰ তুমি দেৱবৰ।
সমস্তে কৰ্ম্মৰ সাখী তুমি শ্ৰেষ্ঠতৰ॥
ন্যুন অতিৰিক্ত বৰ্ষে কোনো দিবসত।
কোনো ঋতুকালে কোনো কোনো সময়ত॥৫২
মেঘেৰে আবৃত ৰাহু গ্ৰহন কৰিব।
তাতো কোনো গ্ৰসিবেক কোনো নগ্ৰসিব॥
গ্ৰহনক চাহিবাক কোনো নপাইবেক।
কোনো পুন্যবন্ত জনে চাহিবে পাইবেক। ৫৩
অন্তকালে পুন্য দৃশ্য হুইব দিবাকৰ।
দেখি নমি তোমাক নিষ্পাপ হৈব নৰ॥
সৰ্ব্ব গ্ৰাস গ্ৰহণক নৰে নচাহিব।
জন্ম তাৰা বধতাৰা তাহাতো তেজিব॥ ৫৪
জন্ম ৰাশি সপ্ত অষ্ট দ্বাদশ নবমে।
যদি সূৰ্য্য স্থিতি হোৱে অপৰ দৰ্শনে॥
চতুৰ্থ ৰাশিতো চন্দ্ৰ সূৰ্য্য নচাহিব।
অন্যত্ৰ ৰাশিত চন্দ্ৰ সূৰ্য্যক দেখিব॥ ৫৫

অস্ত কালে মেঘাবৃতে মধ্যাহ্ণ কালত।
জলতো নচাইব সূৰ্য্য জানিব সতত॥
অৰ্দ্ধোদয় কালে সূৰ্য্য পাপ দৃশ্য হয়।
এহিকালে নচাহিব নৰ নাৰী চয়॥ ৫৬
ভাৰ্য্যাৰ নিমিত্তে স্থাল শ্বস্তবে তোমাক।
তেজ হানি কৰিবেক কৈলো সত্য বাক॥
তেজ হানি যদি এহিক্ষনে নহইবে।
তযু ভাৰ্য্যা সংজ্ঞা দেবী কিমতে সহিবে॥ ৫৭
মালি সুমালিৰ যুদ্ধে শিৱ মহাশয়।
তোমাক জিনিব তুমি হৈবে পৰাজয়॥
এহি বুলি ব্ৰহ্মা দেৱে সূৰ্য্যাক শাপয়।
যামদগ্নি ঋষিকো বুলিলা মহাশয়॥ ৫৮
হুই দ্বিজবৰ তুমি চলিয়ো গৃহক।
সুখে গৃহে থাকি তুমি চিন্তা ঈশ্বৰক॥
তযু তেজে ভস্মভুত কৰিবে সকত।
কোন বস্তু সূৰ্য্য বাপ ইতো ত্ৰিজগত॥ ৫৯
সূৰ্য্য প্ৰতিপাল্য হৈবা তোমাৰ নিশ্চয়।
তোমাক পালিবে লাগে সূৰ্য্য সেহিনয়॥ ৬০
দুইকো দুই পুজ্য জানা দেৱ ব্ৰাহ্মনৰ।
দুইহানো সমন্ধ হৰে পুস্য পোস্যকৰ॥
ক্ষেত্ৰিয় হুইয়া জাত কুলত নিশ্চয়।
পৰাভৱ কৰি বধিবেক দুৰাশয়॥ ৬১
প্ৰাক্তন কৰ্ম্মক কোনে কৰিব খণ্ডন।
তযু পুত্ৰ অংশ হুইবে দেৱ নাৰায়ণ॥
তিনি সাত বাৰ ফুৰিবেক পৃথিবিত।
নিক্ষেত্ৰিৰ কৰিবেক সাধি তযু হিত॥ ৬২
এহি বুলি ব্ৰহ্মা গৈলা নিজ ভুবনক।
যামদগ্নি সূৰ্য্য গৈল আপোন গৃহক॥
পুৰ্ব্ব কথা কৈলো নন্দ তোমাৰ আগত।
আক্ষ্যান শ্ৰৱনে পুন্য পাৱয় সতত॥ ৬৩
ৰাহুগ্ৰস্ত পাপ দৃশ্য যেন মতে ভৈল।
তোমাৰ আগতে পিতৃ সবে কথা কৈল॥

চতুৰ্থী তিথিৰ চন্দ্ৰ ভাদ্ৰৰ মাসৰ।
নষ্ট চন্দ্ৰ যেন ভৈল শুনা আত পৰ॥ ৬৪
ৰাহুগ্ৰস্ত কলঙ্ককো কহিবা চন্দ্ৰৰে।
পুৰাতন কথা পিতৃ শুনা মনোহৰ॥
স্থুনা সভাসদ লোক কৃষ্ণৰ চৰিত্ৰ।
কৃষ্ণ কথা শুনিহোৱা পৰম পবিত্ৰ॥ ৬৫
শ্ৰৱন মাত্ৰকে হৈবা সংসাৰৰ পাৰ।
জানিয়া সততে কৰা কৃষ্ণ কথা সাৰ॥
বিষয়ৰ কথাচয় নৰকৰ দ্বাৰ।
জানি সন্ত সবে তাক কৰা পৰিহাৰ॥ ৬৬
কৃষ্ণৰ চৰন মাত্ৰ কৰিয়োক ধ্যান।
কৃষ্ণনাম মুখে লৈয়া তেজা কাম আন॥
বলোৰাম দ্বিজে বোলে তেজি আন কাম।
সংসাৰ তৰিবা যেবে বোলা ৰাম ৰাম॥ ৬৭

---

## চন্দ্ৰ কৰ্ত্তৃক তাৰা হৰণ।

কৃষ্ণ নিগদন্তি শুনা পিতৃ মহা মতি।
নবীনা যৌবনী গুৰুপত্নী তাৰা সতী॥
ৰত্ন অলঙ্কাৰ গাৱে কৰিয়া ভুষন।
গাৱত পিন্ধিয় তাৰা অমুল্য বসন॥ ৬৮
সুন্দৰী গনৰ মধ্যে নাহি যাৰ সম।
ডম্বৰু কঙ্কলি অল্প হাস্য মনোৰম॥
কেশৰ বান্ধিয়া খোপা আতি উচ্চ কৰি।
মালতীৰ মালাতাত আছে ভৰি পুৰি॥ ৬৯
সিন্দুৰৰ বিন্দু চন্দনৰ বিন্দুচয়।
মৃগমদ বিন্দু কপালত প্ৰকাশয়॥
পদ্মপত্ৰ লিখি আছে গণ্ডে মনোহৰ।
পক্ক বিম্ব ফল সম অৰুণ অধৰ॥ ৭০
হীৰাসাৰে নিৰ্ম্মি আছে সাত সৰি হাৰ।
স্তনৰ উপৰে ঝিলি মিলি পেচন্দাৰ॥
কামিনী গনৰ মধ্যে গজিন্দ্ৰ গমনী।
সুকুমলী নাৰী মধ্যে চন্দ্ৰমা বদনী॥ ৭১
শিল্প সম দুই স্তন কামৰ আধাৰ।
কামুকৰ মহাধন পুস্ত স্তন ভৰ॥
স্বৰ্গ মন্দাকিনী গঙ্গা তাহান তীৰত।
স্নানি সুক্ষ্ম বস্ত্ৰ দুই পিন্ধিয়া গাৱত॥ ৭৩
গুৰু পাদ পদ্ম সতী চিন্তিয়া মনত।
গৃহক যাইবাক মতি তাৰা কৰি চিত॥
সেহি বেলা চন্দ্ৰে আসি তাৰাক দেখিলা।
কাম বানে আৰ্ত্ত হুয়া তাৰাক হৰিলা॥ ৭৪
সতীৰ হস্তত ধৰি ৰথত তুলিলা।
মহা কামাতুৰ হুয়া আলিঙ্গিবে লৈলা॥
চুম্বন কৰিলা মুখে তাৰাক ধৰিয়া।
শৃঙ্গাৰ কৰিবে মনে উদ্যম কৰিয়া॥ ৭৫
সেহি বেলা তাৰা দেবী বুলিলা বচন।
এৰ এৰ কুলাধম কুলৰ দুষণ॥
গুৰু পত্নী ব্ৰাহ্মনী যি প্ৰতিব্ৰতা হয়।
সঙ্গমত ব্ৰহ্মবধ পাতক হৱয়॥ ৭৬
তই পুত্ৰ মই মাতৃ তোহোৰ হোৱয়।
ধৈৰ্য্য ধৰি মোক তেজিয়োক মহাশয়॥
ধিক্কাৰ জীৱন তোৰ যদি নেবা মোক।
পাচে গুৰু দেৱে ভস্ম কৰিবেক তোক॥ ৭৭
পুত্ৰত অধিক সিষ্য বেদত কহয়।
মোহোৰ স্বামীৰ প্ৰিয় সিষ্য তই হয়॥
সিষ্য হুয়া পাপী তঞিঁ অধৰ্ম্ম কৰস।
স্বধৰ্ম্মক ৰাখি তঞিঁ মাতৃক এৰস॥ ৭৮
বলে ধৰি তঞিঁ যদি কৰস গমন।
তোত বধ দিয়া মঞিঁ মৰিবো এখন॥
কামাতুৰ চন্দ্ৰে তাৰা বাক্য নাদৰিলা।
সম্ভোগ কৰিবা মনে উদ্যম কৰিলা॥ ৭৯
মহা পতিব্ৰতা তাৰা কোপে দিলা শাপ।
ৰাহু গ্ৰস্ত যক্ষ্মা গ্ৰস্ত হৈবি তঞিঁ পাপ॥

যক্ষ্মা ৰোগী হৈবি তঞিঁ জান দুৰাশয়।
জগতে কলঙ্ক তোৰ ঘুষিব নিচ্ছয় ॥ ৮০
মহা কামাতুৰ দেখি তাৰকা সুন্দৰী।
কামকো শপিল পাছে মহা খেদ কৰি ॥
মহা কামাতুৰ কাম কৰিলি চন্দ্ৰক।
সেহি দোষে শিৱে ভস্ম কৰিবেক তোক ॥ ৮১
চন্দ্ৰে পাচে তাৰকাক গ্ৰহণ কৰিলা।
মন ৰঙ্গে নানা স্থানে তাৰাক ক্ৰিড়িলা ॥
গুৰুক সুমৰি তাৰা অনেক কান্দিলা।
কোলাত বৈসায়া চন্দ্ৰে নানা স্থানে নিলা ॥৮২
সৰোবৰ নদী নদ তাৰ ভিতৰত।
গিৰি গহ্বৰত কতো নিৰ্য্যান বনত ॥
পুষ্প সয্যা কৰি কতো পুষ্পৰ বাৰিত।
কতো স্বৰ্গে ক্ৰিড়িলন্ত কতো পৃথিবীত ॥ ৮৩
কতো সৰোবৰে কতো তৃকুটে চলন্ত।
চন্দন বনত কতো সমুদ্ৰ তটত ॥
দেৱৰ দেৱীৰ স্থান অতি মনোহৰ।
মানিক মুকুতা হীৰা আছয় বিস্তৰ ॥ ৮৪
হেন নানা ৰম্য স্থানে তাৰা সমন্বিতি।
ক্ৰিড়া কৰি ফুৰিলন্ত চন্দ্ৰাৱলি ৰাতি ॥
কামধেনু খীৰ পান কৰি শশধৰ।
ক্ষীৰ সাগৰৰ তিৰে ক্ৰিড়িলা বিস্তৰ ॥ ৮৫
অগ্নি স্বদ্ধ বস্ত্ৰ যুগ অগ্নি আনি দিলা।
বৰুণে ৰত্নৰ মালা চন্দ্ৰক অৰ্পিলা ॥
পৱনে আনিয়া দিলা ৰত্ন চক্ৰ বৰ।
চন্দ্ৰে তাত ক্ৰিড়িলন্ত অতি মত্তত্তৰ ॥ ৮৬
বলিৰ গৃহৰ পৰা শুক্ৰ আসিলন্ত।
সেহি সময়ত চন্দ্ৰে তাঙ্ক দেখিলন্ত ॥
প্ৰণাম কৰিয়া চন্দ্ৰে শৰণ পসিলা।
তাৰাৰ হৰণ কথা সমস্তে কহিলা ॥ ৮৭
শুক্ৰে ঋষি চন্দ্ৰক যে বুজাইবে লাগিলা।
বেদ পুৰাণৰ বানী কহিবে ধৰিলা ॥
শুক্ৰ নিগদতি চন্দ্ৰ বচন শুনিয়ো।
গুৰুৰ চৰণে তাৰা দেৱীক অৰ্পিয়ো ॥ ৮৮
সমস্তে দেৱৰ পুজ্য গুৰু বৃহস্পতি।
শৰণ পসিয়ো তুমি কৰিয়ো ভকতি ॥
মাতৃ তুল্য গুৰু পত্নী তাহাঙ্ক তেজিয়ো।
পাপ ক্ষয় উপায়ক পাচত কৰিও ॥ ৮৯
গুৰু পত্নী সতী যিতো গ্ৰহণ কৰয়।
বল কৰি ব্ৰহ্ম বধ সহস্ৰ হোৱয় ॥
ব্ৰহ্ম হত্যা সহস্ৰৰ পাতেক পাৱয়।
কুম্ভি পাক নৰকত পৰিয়া থাকয় ॥ ৯০
ব্ৰহ্মাৰ বয়স শত তাৰ হবে বাস।
পিতৃ গনে পিণ্ড জলে হোৱয় নৈৰাষ।
কৃষ্ন নিগদতি নন্দ পিতৃ মহাশয়।
আত অনন্তৰে কথা শুনিয়ো নিচ্চয় ॥ ৯১
শুক্ৰে দেখিলন্ত দেৱতাৰ সেনাচয়।
অস্ত্ৰে সস্ত্ৰে আকাশত আসিয়া আছয় ॥
পদাতিৰ তিনি কোটি তিনি শত ৰথ।
গজেন্দ্ৰৰ শত কোটি যুৰি আসে পথ ॥ ৯২
গজেন্দ্ৰৰ চাৰি গুণ গজ সংখ্যা হয়।
তাৰ শত গুণ অশ্ব জানা মহাশয় ॥
দুন্দুভি বাদ্যক বাৱে সেনা পাঞ্চ লক্ষ্য।
পটুহ বাদন সেনা আসয় তৃলক্ষ্য ॥ ৯৩
ডিণ্ডিস বাদন সেনা দ্বিলক্ষ্য হোৱয়।
আনো বাদ্য কৰা সেনা যুৰিয়া আসয় ॥
ঐৰাৱতে ইন্দ্ৰ দেৱ সসন্যে আসয়।
শ্বেত ঘোটকত উঠি ধৰ্ম্ম মহাশয় ॥ ৯৪
চাগলত অগ্নি বায়ু হৰিণে আসয়।
নৰযানে চলন্তে কুবেৰ মহাশয় ॥
মহিষত যমৰাজা ৰথে দিবাকৰ।
গজেন্দ্ৰে ইযান দেৱ চলন্ত সত্যৰ ॥ ৯৫
সৰ্পৰ বাহন কৰি অনন্ত আসয়।
বসুৰুদ্ৰ সিদ্ধগন কিন্নৰ চলয় ॥

দ্বাদশ আদিত্য আৰু গন্ধৰ্ব্ব আসয়।
ইন্দ্ৰৰ আগত অপেস্বৰা যে নাচয়॥ ৯৬
জীৱন্তে মুকুত শুনি সাস্বত তোৰয়।
আৰ বসুৰুদ্ৰগন কিন্নৰ চলয়॥
ব্ৰহ্মাতেজে সূৰ্য্যসম প্ৰকাশ কৰয়।
সমস্তকে দেখিয়া সুক্ৰৰ নাহি ভয়॥ ৯৭
চন্দ্ৰক আস্বাসি সুক্ৰে নিৰ্ভয় বুলিলা।
দেৱতাৰ সৈন্যযত ৰণক আসিলা॥
তাহাৰ দ্বিগুন সৈন্য সুক্ৰেয়ো মাতিলা।
খীৰ সাগৰৰ তীৰে দৈত্য সৈন্যচয়॥
যুড়িয়া ৰহিলা দেখি মিলে মহা ভয়॥ ৯৮
সৰোবৰ তটে পুন্যাশ্ৰম সমিপত।
দেৱতাৰ সৈন্য গন ভৈলা উপগত॥
আত অনন্তৰে সুক্ৰে দেৱ সন্যচয়।
দেখিলন্ত বৃষভস্ত শিৱ মহাশয়॥ ৯৯
ত্ৰিশুল পট্টিস অস্ত্ৰ ধৰিয়া আসয়।
ব্যাঘ্ৰ চৰ্ম্ম মুণ্ডমালা প্ৰকাশ কৰয়॥
শিৱক দেখিয়া সুক্ৰদেৱ ভয় ভৈল।
চৰণ পদ্মত পৰি প্ৰনাম কৰিল॥ ১০০
সুক্ৰেক সম্বোধি শিৱে সুভাশীষ দিলা।
ৰত্ন সিংহাসনে সুক্ৰে শিৱক বৈসাইলা॥
আত অনন্তৰে সুক্ৰে দেখিলা তহিত।
ৰত্নযানে ব্ৰহ্মা ৰত্নমালা বিভুষিত॥ ১০১
কৃতাঞ্জলি কৰি সুক্ৰে প্ৰনাম কৰিলা।
ৰত্ন সিংহাসনে সুক্ৰে তাঙ্কো বসুৱাইলা॥
তুইতানো চৰণে সুক্ৰে প্ৰনাম কৰিলা।
মহাভক্তি কৰি সুক্ৰে পুনু প্ৰনামিলা॥ ১০২
উচিত কুশল প্ৰশ্ন সুক্ৰেও পুছিলা।
শিৱৰ আগত ব্ৰহ্মা বচন বুলিলা॥
ব্ৰহ্মা নিগদন্তি সুক্ৰ শুনা দ্বিজবৰ।
ত্ৰিজগতে লজ্জা কৰে কৰ্ম্ম যে চন্দ্ৰৰ॥ ১০৩
ইতো ত্ৰিজগতে হেন কৰ্ম্ম আছে কাৰ।
বেদৰ বাহিৰ ভৈলা সিতো দুৰাচাৰ॥

স্নান কৰি গৃহে যাইবে কৰিচন্ত মতী।
মহা পতিব্ৰতা গুৰু পত্নী তাৰা সতী॥ ১০৪
বলে ধৰি চন্দ্ৰে তাৰা সতীক হৰিলা।
তোমাত আসিয়া চন্দ্ৰে শৰনে পসিলা॥
সম্প্ৰতি দিওক ঋষি দেৱ সৈন্যগন।
উদ্যমে আসিছে বাপ কৰি এক মন॥ ১০৫
মঞিও শিৱ আসি আছো কাৰণ ইহাৰ।
কন্দল ভাঙ্গিবো হেন মন্ত্ৰি অনুসাৰ॥
শিৱ নিগদন্তি শুনা সুক্ৰ দ্বিজবৰ।
চন্দ্ৰক আনিয়া দিয়া মোহোক সত্বৰ॥ ১০৬
চন্দ্ৰক নানস যদি শুনা মহাশয়।
তোহোৰ কল্যাণ মই গুচাইবো নিশ্চয়॥
মোহোৰ ত্ৰিশুলে আজি পাতকী চন্দ্ৰক।
সংহৰিবো পাপী সমে সমস্তে দৈত্যক॥ ১০৭
মোৰ ৰোষে কোনে ৰাখিবেক দৈত্যচয়।
পাশুপত্ৰ অস্ত্ৰে সংহৰিবো মহাশয়॥
লীলা কৰি মঞি যত ৰীপু দেৱতাৰ।
সংহৰিবে শক্তি আছে কহিলোহোঁ সাৰ॥ ১০৮
দুৰ্ব্বাশা মোহোৰ অংশ সুক্ৰ মহাশয়।
আঙ্গৰা মোহোৰ গুৰু জানিবা নিশ্চয়॥
সমন্ধত গুৰু পুত্ৰ জানা মহাশয়।
গুৰু পুত্ৰে গুৰু তোৰে জানিবা নিশ্চয়॥ ১০৯
মহাতেজৱন্ত বৃহস্পতি মহাশয়।
ভস্ম কৰিবাক পাৰে চন্দ্ৰক নিশ্চয়॥
প্ৰিয় শিস্য গুনে সুক্ৰ জানা মহাশয়।
মহন্ত কৃপালু গুৰু ভস্ম নকৰয়॥ ১১০
পুৰ্ব্বে উতথ্যৰ ভাৰ্য্যা গুৰু মহাশয়।
সাধ্বী পতিব্ৰতা নাৰী হৰিয়া আছয়॥
তান পতি উতথ্যেও শাপক দিলন্ত।
তোৰ প্ৰতিব্ৰতা ভাৰ্য্যা আনে হৰিবন্ত॥ ১১১
মোৰ গুৰুপুত্ৰ পত্নী তাৰা আনি দিয়ো।
ভাতৃ ভাৰ্য্যা অপহাৰী বৈৰীক দেখায়োঁ॥

শৰনাগত ভৈলে ৰাখিবে লাগয়।
নৰাখিলে নৰকত থাকিবে নিশ্চয় ॥ ১১২
চৈধ্য ইন্দ্ৰ চৈধ্য মনু কাল যিতো হয়।
ৰৌৰৱ নৰক তাৰ থাকিবে লাগয় ॥
পাপী সমস্তৰ এহি বচন নোহয়।
পাপী গন আসি যদি শৰন লভয় ॥ ১১৩
তাৰ পাপে পাপী হৰে ৰাখন্ত নিশ্চয়।
হেন জানি পাপীক ৰাখিবে নলাগয় ॥
তাৰা সমে আশ্ৰমৰ বাহিৰ কৰিয়া।
মাতৃগামী পাপিষ্ঠক তুমি আনি দিয়া ॥ ১১৪
সুক্ৰ নিগদতি শুনা জগত ঈশ্বৰ।
দেৱ অসুৰৰ শাস্তা তুমি দণ্ডধৰ ॥
জগতৰে শাস্তা তুমি দেব দিগম্বৰ।
দেৱৰ সহায় হুয়া আসিছা ইশ্বৰ ॥ ১১৫
সমস্তে জগত তুমি কৰাহা সংহাৰ।
দৈত্যৰ হননে কিবা পৌৰষ তোমাৰ ॥
ক্ষমা কৰা ভগৱন্ত দেৱ কৃপাময়।
ব্ৰাহ্মনক হিংসা তথু উচিত নোহয় ॥ ১১৬
শৰনাগতক আৰ্ত্ত দীন দুখিতক।
যদি পাপী হৰে তাকো ৰক্ষা কৰিবেক ॥
তাৰা সমে চন্দ্ৰক তোমাৰ চৰনত।
আনিয়া দিবোহো মঞি ৰাখিবা সতত ॥ ১১৭
তোমাৰ চৰনে মঞি পশিলো শৰন;
যথোচিতে সমস্তক ৰাখা ত্ৰিলোচন ॥
শুক্ৰৰ বচন শুনি তুষ্ট শুলপানি।
চন্দ্ৰক আনিয়ো সুক্ৰ বুলিলন্ত বানী ॥ ১১৮
চন্দ্ৰক আনিলে শুভ হৈবেক তোমাৰ।
চন্দ্ৰৰ কৈল্যান হৈব কহিলোহো সাৰ ॥
শিৱৰ বচন শুনি সুক্ৰ মহা ঋষি।
তাৰায়ে সহিতে চন্দ্ৰ আনিলা হৰিষি ॥ ১১৯
শিৱৰ চৰণে সুক্ৰে কৰিলা অৰ্পণ।
আলিঙ্গি ধৰিয়া শিৱে বুলিলা বচন ॥
চৰনৰ ধুলা দিয়া নিস্পাপ কৰিলা।
চন্দ্ৰৰ মস্তকে শুলপানি হস্ত দিলা ॥ ১২০
নিৰ্ভয়ক দিয়া পাচে খীৰ সাগৰত।
স্নান কৰাই প্ৰায়শ্চিত কৰাইলা যিমত ॥
ব্ৰহ্মায়ে সহিতে হৰে নিস্পাপ কৰাইলা।
সুচি হুয়া চন্দ্ৰে ব্ৰহ্মা শিৱক নমিলা ॥ ১২১
মহাযোগ কৰি পাচে শৰীৰ চন্দ্ৰৰ।
দুইখণ্ড কৰিলন্ত দেৱ দিগম্বৰ ॥
তাৰ এক খণ্ড হৰে ললাতে ধৰিলা।
চন্দ্ৰ যে শেখৰ নাম সেহি দিন ভৈলা ॥ ১২২
আৰু খণ্ড ব্ৰহ্মাৰ আগত আছিলেক।
সেহি খণ্ড ব্ৰহ্মা নিয়া হৰক দিলেক ॥
দেৱ সভা মাজে পাইলা কলঙ্ক ডাঙৰ;
লজ্জা হুয়া চন্দ্ৰে তেজিলেক কলেৱৰ ॥ ১২৩
চন্দ্ৰৰ শৰীৰ ব্ৰহ্মা খীৰ সাগৰত।
সমৰ্পিয়া আৰ্ত্ত হুয়া পাচে কান্দিলন্ত ॥
খীৰ সাগৰৰ তীৰে অনেক কান্দিলা।
চক্ষুৰ লোতক মল জলত পৰিল ॥ ১২৪
খীৰ সাগৰৰ জল হন্তে উপজিলা।
দেৱৰ সভাত পাচে চন্দ্ৰমা পসিলা ॥
শৰীৰ নিস্পাপ হৈল সিবেলা চন্দ্ৰৰ।
অভিষেক কৰিলা চন্দ্ৰক ব্ৰহ্মা হৰ ॥ ১২৫
ভয় দুৰ কৰি হৰে বুলিলন্ত বানী।
নিৰ্ভয় থাকিয়ো বাপ চন্দ্ৰ মহামানি ॥
স্বস্থানে চলিয়া তুমি বিষয় কৰিবা।
পাচে শশধৰ শাপে জক্ষ্মা ৰোগী হৈবা ॥ ১২৬
পতিব্ৰতা শাপ কোনে কৰিবেক বাৰ্থ।
মোৰ আশীৰ্ব্বাদে তথু ৰোগ হৈবে সুস্থ ॥
প্ৰতীকাৰ হৈব ইতো জন্ম যে ৰোগৰ।
পাপ কৰ্ম্মে ভুঞ্জিবাহা তুমি শশধৰ ॥ ১২৭
যাতো ভাদ্ৰ চতুৰ্থীত তাৰাক হৰিলা।
এতেকেসে বাপ তুমি পাপ গ্ৰস্ত ভৈলা ॥

সুভাসুভ কৰ্ম্ম বাপ যাৰ যিবা হয়।
অৱশ্যে ভুঞ্জিৱে লাগে কৰ্ম্ম ফল চয় ॥ ১২৮
ভোগ বিনে কৰ্ম্ম ফল জানা নোহে ক্ষয়।
দেহৰ ত্যাগেয়ো কৰ্ম্ম ভোগ নুগুচয় ॥
প্ৰায়শ্চিত্ত আচৰিলে সমস্তে গুচয়।
কৃষ্ণক চিন্তিয়া অভ্যান্তৰ সুচি হয় ॥ ১২৯
তাৰাৰ হৰণ পাপে কলঙ্ক নিশ্চয়।
চন্দ্ৰৰ মণ্ডলে মৃগাকৃতি চিন্ন হয় ॥
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক তাৰা সতী।
মোহোৰ সমিপে তুমি আসিও সম্প্ৰতি ॥ ১৩০
শুনিয়োক তাৰাসতী মোৰ বাক্যচয়।
সত্য কৰি কহা ইটো কাৰ গৰ্ভ হয় ॥
যিতো সাধু নাৰী কামে ইচ্চা নাহিকয়।
বল কৰি দুষ্ট জনে সতীক হৰয় ॥ ১৩১
সেহি সতী নাৰী জানা দুষিত নহয়।
ইচ্চায়ে শৃঙ্গাৰ ভৈলে দুষিত হোৱয় ॥
কাম কৰি যিতো নাৰী শৃঙ্গাৰ কৰয়।
চন্দ্ৰ দিবাকৰ কাল নৰকে ভুঞ্জয় ॥ ১৩২
পৰবীৰ্য্যে গৰ্ভ যদি হুয়াছে তোমাৰ ॥
তাক তেজি সুদ্ধ কৰা চিত্ত আপোনাৰ।
ব্ৰহ্মাৰ বচন শুনি পাচে তাৰা সতী ॥
ৰহস্য কৰিয়া কৈলা ব্ৰহ্মাত সম্প্ৰতি ॥ ১৩৩
চন্দ্ৰৰেসে গৰ্ভ ইতো নাহিকে সংশয়।
হাসিলন্ত শিৱ সমে দেৱ মুনি চয় ॥
তাৰাক গুৰুক দিল ব্ৰহ্মা প্ৰজাপতি।
সভামধ্যে মহালাজ পাইলা বৃহস্পতি ॥ ১৩৪
তাৰা সতী সেহি কালে প্ৰসৱ কৰিলা।
সুবৰ্ণৰ বৰ্ণ যেন পুত্ৰ এক ভৈলা ॥
সেহি তনয়ক ব্ৰহ্মা চন্দ্ৰক দিলন্ত।
বুধ নামে ব্ৰহ্মাদেৱে তাহান থৈলন্ত ॥ ১৩৫
পাচে চন্দ্ৰে ব্ৰহ্মাহৰে দুহাঙ্কো নমিলা।
পুত্ৰ সমে মন ৰঙ্গে গৃহক চলিলা ॥
তাৰা সমে বৃহস্পতি মন্দিৰে লড়িলা।
স্বকি স্বকি স্থানে দেৱ মুনিগন গৈলা ॥ ১৩৬
ব্ৰহ্মালোকে ব্ৰহ্মা হৰ কৈল্যাশে পশিলা।
দৈত্য সমে সুক্ৰ ঋষি গৃহক চলিলা ॥
বেকত কৰিলো এবে মহাগুপ্ততত্ত্ব।
আক্ষানে শ্ৰৱনে পাপ হৰয় লোকত ॥ ১৩৭
পাপ শূন্য নিষ্কলঙ্ক নৰ জানা হয়।
যশস্যা আয়ুষ সৰ্ব্ব সম্পত্তি লভয় ॥
শ্লোক নষ্ট কৰে সিতো হৰ্ষক লভয়।
সমস্ত মঙ্গল মোক্ষ জানা তাৰা হয় ॥ ১৩৮
শোক তেজি হৰ্ষক কৰিয়ো নন্দৰাই।
ব্ৰজক চলিয়ো বাপ মোহোৰ আজ্ঞাই ॥
যসোদা মাতৃত কৈবা ইতো কথাচয়।
সমস্ত কহিবা কথা গোপীত নিশ্চয় ॥ ১৩৯
মোৰ শোকে বিয়াকুল গোপৰ যুবতী।
মই দত্ত জ্ঞানে হৰ্ষ কৰা মহামতি ॥
শুনা সভা সদ পদ মহা পুৰাণৰ।
শ্ৰীকৃষ্ণ খণ্ডৰ পদ আতি মনোহৰ ॥ ১৪০
যাহাৰ স্মৰণে সুদ্ধ হৱে মন বৰ।
পৰম বৈষ্ণৱ জ্ঞান পাৱে সিতো নৰ ॥
গোলোকে চলয় সিতো কৃষ্ণক স্মৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥ ১৪১

---

## স্বপ্নৰ ফলাফল।

নন্দ নিগদতি কৃষ্ণ ভাগ্যে পাইলো লাগ।
দুস্বপ্নক কহা বাপু তুমি মহাভাগ ॥
ভগৱন্ত বদতি শুনিয়ো নন্দ ৰাই।
দুস্বপ্নক কহো পিতৃ শুনা সমুদাই ॥ ১৪২
স্বপ্নে যিতো জনে হৰ্ষ কৰিয়া হাসয়।
ধনহানি শৰীৰতো পীড়া তাৰ হয় ॥

শুকৰ মহিষ খৰ স্বপ্নত দেখয়।
মহা ভয়ঙ্কৰ শৰ মৰিয়া জীৱয় ॥ ১৫৯
যৌনি লিঙ্গ স্বপ্নে পিতৃ যিপুনু দেখয়।
তাহাৰ নিপাত জানা নিশ্চয় হোৱয় ॥
ম্লেচ ৰূপ যম দূত অতি ভয়ঙ্কৰ।
পাশ অস্ত্র সস্ত্র জানা দেখে যিতো নৰ ॥ ১৬০
হেনয় স্বপ্নক যিতো নিশাত দেখয়।
সচেতত তাৰ মৃত্যু জানিবা নিশ্চয় ॥
ব্ৰাহ্মন ব্ৰাহ্মনী কন্যা বালেকে স্বপ্নত।
বিদায় কৰিয়া বাক্য কৰে নানামত ॥ ১৬১
আপোনাৰ পুত্ৰ কৈন্যা বিদায় কৰন্ত।
সচেতত দুঃখ শোক সিজনে দেখয় ॥
কৃষ্ণ পুষ্প কৃষ্ণ মাল্য স্বপ্নত দেখয়।
অস্ত্র শস্ত্র ধৰি চৌৰে তাহাক খেদয় ॥ ১৬২
বিকৃত আকাৰে ম্লেচ্ছ স্বপ্নত দেখয়।
সচেতত তাৰ মৃত্যু অৱশ্যে হোৱয় ॥
মৃদঙ্গ আনন্দ বাদ্য ৰকত বমন।
বাৰিত গাৱয় গীত গাৱয় নৰ্ত্তন ॥ ১৬২
হেনয় দেখয় যিতো নন্দ মহাশয়।
সচেতত সিতোজনে দুখক পাৱয়।
প্ৰাণ ত্যাগ মৃত্যু বাপ যিজনে দেখয়।
অৱশ্যে তাহাৰ মৃত্যু অল্পতে হোৱয় ॥ ১৬৩
মৎস্যাদিক ধৰে স্বপ্নে যিতো মহাশয়।
তাৰ ভাতৃ আনো জন মৰণ হোৱয় ॥
কবন্ধ দেখয় স্বপ্নে বেদন দেখয়।
বিকৃত মুকুত কেশ যিতোজন হয় ॥ ১৬৪
ক্ষেপন কৰয় সিতো আগত নাচয়।
হেনয় দেখয় যিতো তাৰ মৃত্যু হয় ॥
কৃষ্ণ ম্লেচ্ছ স্বপ্নে আতিশয় ভয় কাৰী।
যাৰ পুত্ৰ কন্যা আলিঙ্গন থাকে কৰি ॥ ১৬৫
হেনয় স্বপ্নক যিতো যি পুনু দেখয়।
অৱশ্যে হৱয় দুঃখ নাহিকে সংশয় ॥
কেশ সৰি পৰে দন্ত ভগ্ন দেখে যাৰ।
ধনহানি হোৱে শৰীৰত পীড়া তাৰ ॥ ১৬৬
শৃঙ্গী দন্তী যাক স্বপ্নে খেদিয়া কৰয়।
মনুষ্যৰ ক্ষেদে তাৰ হোৱে ৰাজ ভয় ॥
শিলা তুষ খুৰ তেজ বৃষ্টি অঙ্গাৰৰ ॥
স্বপ্নত ভস্মৰ বৃষ্টি যিপুনু দেখয় ॥ ১৬৭
সচেতত দুঃখ তাৰ অৱশ্যে হোৱয় ॥
হস্তী ঘোৰা গৰু মৃগ পৰ্ব্বত ৰথৰ।
ভুমিত পড়য় হন্তে বৃক্ষৰ গৃহৰ ॥
যিতো পৰে মৃগ হন্তে স্বপ্নত নিশ্চয়।
তাহাৰ বিপত্তি বাপ সচিতে হোৱয় ॥ ১৬৮
উৰ্দ্ধ হন্তে পৰে যিতো স্বপ্নত গৰ্ত্তত।
অঙ্গাৰ চিতাত পড়ে পৰয় ভস্মত ॥
খাৰ কুণ্ডে পৰে আৰু পৰয় চুন্নত।
তাহাৰ হোৱয় মৃত্যু জানা সচেতত ॥ ১৬৯
ধুমকেতু পৰে আবো মৃগৰ পতন।
পৰ্ব্বত পড়য় আসি দেখে যিতোজন ॥
আনো নানা বিমঙ্গল স্বপ্নত দেখয়।
তাহাৰ জানিবা দুঃখ সচিতে মিলয়। ।১৭০
মস্তকৰ পৰা ছত্ৰ কাঢ়িয়া নিয়য়।
পিতৃ নাশ গুৰু নাশ জানা তাৰ হয় ॥
যম দুতে ম্লেচ্ছ যদি পাষে জৰি ধৰি।
যাহক বান্ধয় স্বপ্নে জৰ পুৰ কৰি ॥ ১৭১
যদি বান্ধি নিয়া স্বপ্নে যাহাক নিয়য়।
তাহাৰ হোৱয় মৃত্যু জানা মহাশয় ॥
ব্ৰাহ্মণ ব্ৰাহ্মনী গুৰু স্বপ্নত সপয়।
গনকো সপয় যাক বিপত্তি লভয় ॥ ১৭২
কুকুৰ ভালুক কাক গৱত পৰয়।
স্বপ্নে হেন দেখে সিতো মৃত্যুক লভয় ॥
মহিষ বৰাহ উট গৰ্দ্ধভ ভাল্লুক।
মহাক্ৰোধে খেদি আসে স্বপ্নত যাহাক ॥ ১৭৩
নিশ্চয় জানিবা সিতো ৰোগক লভয়।
দুঃস্বপ্নৰ শান্তি শুনিয়োক মহাশয় ॥

তৈল্য ঘসি দখিনৰে জিপুনু চলয়।
পৰত্রে সিজনে জানা বিপত্তি লভয়॥ ১৪৩
দন্ত শীড়া কৰে স্বপ্নে যদি বাস ৰয়।
ধন হানি বলহানি পীড়া তাৰ হয়॥
তৈল্য ঘসি উত্তৰক যিপুনু চলয়।
খৰ উট মহিষত আৰোহন হয়॥ ১৪৪
হেনয় দেখয় যিতো স্বপ্নত নিশ্চয়।
তাহাৰ হৰয় মৃত্যু নাহিকে সংশয়॥
স্বপ্নে জৱা পুষ্প কৰবীৰ অশোকক।
দেখয় বা যিতো জনে লভে বিপত্তিক॥ ১৪৫
তৈল্য বা লৱন দাধ দেখে কপৰ্দ্দক।
তাল ফল দেখি নৰে পৱয় শোকক॥
স্বপ্ন বা বধিৰ: লগ্ন ছিন্ন নাস হয়।
হেনয় নাৰাক দেখি শোকক পাৱয়॥ ১৪৬
ব্ৰাহ্মনক ব্ৰাহ্মনীক স্বপ্নত দেখয়।
গৃহাশ্ৰম হন্তে যাৰ লক্ষ্মী বাজ হয়॥
হেনয় দেখয় জিতো স্বপ্নত নিশ্চয়।
বিপত্তিক পাৱে সিতো জানা মহাশয়॥ ১৪৭
ৰক্ত বৰ্ণ বনপুষ্প পুষ্পিত পলাশ।
শুক্ল বস্ত্ৰ দেখে স্বপ্নে আধৰ কাৰ্পাস॥
হেনয় দেখয় স্বপ্নে যিতো মহাশয়।
শৰীৰত দুঃখ সিতো সততে পাৱয়॥ ১৪৮
গলা গাল কৰে কেহো কৃষ্ণবস্ত্র ধৰি।
কৃষ্ণাঙ্গে বিধৱা যিতো দেখে হেন নাৰী॥
হেনস্বপ্ন যিতোজনে নিশাত দেখয়।
সচিত্তত তাৰমৃত্যু অৱশ্যে হোৱয়॥ ১৪৯
দেৱতা নৰ্ত্তন কৰে হাসয় গাৱয়।
আস্ফোটন কৰে স্বপ্ন দেৱতা চলয়॥
ক্ৰন্দন কৰয় স্বপ্নে দেৱতা সকল।
তাৰ দেৱ বিনাশ জানিবা মহা বল॥ ১৫০
বিষ্ঠা মূত্ৰ সুবৰ্ণ ৰজত কান্তি কৰে।
তাহাৰ মৰণ মিলে দশমাসান্তৰে॥
ৰক্তবস্ত্র ৰক্তমালো ৰকত চন্দন।
পিন্ধি নাৰী যাক স্বপ্নে কৰে আলিঙ্গন॥ ১৫১
হেনয় স্বপ্নক যিতো নিশাত দেখয়।
তাহাৰ অৱশ্যে মৃত্যু হৈবেক নিশ্চয়॥
মৃত্যু মৎস্য খগ মনুষ্যৰ মুণ্ডচয়।
আস্তৰ সমুহ দেখি বিপত্তি লভয়॥ ১৫২
ঘৃত খীৰ মধু তক্ৰ গুৰ ৰস চই।
অভ্যাগণ প্ৰতি যাৰ প্ৰিয় বাক্য নাই॥
খৰ উট দুইবো ৰথে একেশ্বৰ হুয়া'
ৰথৰ উপৰে স্বপ্নে থাকয় জাগিয়া॥ ১৫৩
হেনয় দেখয় যিতো নন্দ মহাশয়!
তাহাৰ হোৱয়মৃত্যু নাহিকে সংশয়॥
কৃষ্ণবস্ত্র কৃষ্ণ মাল্য কৃষ্ণযে চন্দন।
পিন্ধি নাৰী যাক স্বপ্নে কৰে আলিঙ্গন॥ ১৫৪
স্বপ্নত হেনয় যিতো যিপুনু দেখয়।
তাহাৰ মৰণ পিতৃ নাহিকে সংশয়॥
নখ কেশ অগ্নি হীন আন্ধাৰ দেখয়।
ভস্ম পুৰ্ণ চিতাখান আগত দেখয়॥ ১৫৫
হেনয় স্বপ্নক পিতৃ যিজনে দেখয়।
অৱশ্যে তাহাৰ মৃত্যু জানিবা নিশ্চয়॥ ১৫৬
সূক্ষ্ম কাষ্ঠ শ্মসানক লোহ তৃন ছয়।
কৃষ্ণ মনি দেখি সচেতন ভৈলা হয়॥ ১৫৬
ৰম্ভাফল পাদোদক মচুৰ মাসক।
মৃগমাস ভয়ানক পুষ্পৰ মাল্যক॥
স্বপ্নে হেন ভাৱে বাপ যিজনে দেখয়।
সচেত্তত ৰক্তে তাৰ গাৱে বৰ্ণ হয়॥ ১৫৭
ভাল্লুক বানৰ কাক গৰল কটক।
পুজ গাৰ মল স্বপ্নে দেখয় প্ৰত্যেক॥
হেনয় স্বপ্নক পিতৃ দেখে যিতো জন।
সিজনৰ দেহে জানা ব্যাধিৰ কাৰণ॥ ১৫৮
ভগ্ন ভাণ্ড ক্ষত ভদ্ৰ গলে কুষ্ঠ যাৰ।
মহাৰোগী ৰক্ত বাস দেখা আকাকাৰ॥

ঘৃত মিশ্র কাষ্ঠ আৰু চন্দনে সহিত।
সহস্র কৰিব হোম সাৱধান চিত্ত॥ ১৭৪
ভক্তিভাৱে মোৰ নাম দশক জপয়।
সহস্র জপিলে সিতো নিষ্পাপ হোৱয়॥
দুস্বপ্ন দেখিলে সিতো সুস্বপ্ন হোৱয়।
ইতো দশ নাম জপি বাঞ্ছিত লভয়॥ ১৭৫
ভক্তি ভাবে মোৰ মুখে যিতো সুচি হুয়া।
নিষ্পাপ হোৱয় জপি মোহক স্মৰিয়া॥
সাত বাৰ জপি যিতো আৰোগ্য হোৱয়
লক্ষ্যবাৰ জপি বন্ধ নৰ মুক্ত হয়॥ ১৭৫
দশ লক্ষ্য জপে বন্ধ প্ৰেশ্বৰ কৰয়।
সত লক্ষ্য জপে জীৱ মুকুত হোৱয়॥
নাৰায়ণ ক্ষেত্রে সুদ্ধ হুয়া যিতোজৰ।
জপত লভয় সিদ্ধি জানা সিজনৰ। ১৭৬
হবিস্ব সংযত সুদ্ধ হুয়া যিতোনৰ।
দশ নাম জপি পাচে হোৱে ধনেশ্বৰ॥
অচ্যুতং কেশৱং বিষ্ণুং হৰি সত্যং জনাৰ্দ্দনং।
হংস নাৰায়ণং চৈব গোবিন্দং দধি ৰামনং॥১৭৭
আনো নানা মন্ত্র আছে দুঃস্বপ্ন নাশৰ।
নিলিখিলো আমি পদ বাহুল্যক ডৰ॥
পুৰ্ব্ব মুখ হুয়া স্বপ্ন পণ্ডিত বিপ্রত।
উত্তৰ মুখেয় কব নকৈব ৰাত্রিত। ৭৮
দেৱ ব্রাহ্মনক যিতো নিন্দা নকৰয়।
নীচ মুৰ্খ সতুলনে নকৈব নিশ্চয়॥
অশ্বথত গনকত বিপ্রত পিতৃত।
আৰ্য্যজনে বৈয়ুৱত কহিব দিনত॥ ১৭৯
এহিৰূপে স্বপ্ন কৈলা সুস্বপ্ন অক্ষ্যান।
যাহাৰে শ্রৱনে পাপ হোৱয় নিৰ্ব্যান॥
যশস্যা আয়ুষ লভে শ্রৱনে যাহাৰ।
আৰু কিবা শুনিবাক শ্রদ্ধাকৰা আৰ॥ ১৮০
ব্রহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰাণৰ।
নন্দ কৃষ্ণ সংবাদ সৱাতে মনোহৰ॥
দ্বাদশ অধ্যায়ে পদ অতি মনোহৰ।
পৰম সুশ্রব্য কথা শ্রৱন কৰ্ণৰ॥ ১৮১
মঙ্গলৰো সুমঙ্গল কৃষ্ণৰ চৰিত্র।
যাহাক শুনিলে হোৱে পৰম পবিত্র॥
ডাকি কৃষ্ণনাম লৈয়ো কৰি এক মন।
যাৱত চেতন থাকে কৰিয়ো যতন॥ ১৮২
সমস্তে কামক তেজি কৃষ্ণক সুমৰি।
পাতক চাড়োক ডাকি বোলা হৰি হৰি॥

---

## বৰ্ণাশ্রম ধৰ্ম্ম।

পদ।

নন্দ নিগদতি প্রভু দেৱ নাৰায়ণ।
তোমাত নুশুধি কাত সুধিবো কাৰণ॥ ১৮৩
ব্রাহ্মণ ক্ষেত্রিয় বৈশ্য সুদ্র ধৰ্ম্মচয়।
ব্রহ্মচাৰী সন্যাসীৰ যিবা ধৰ্ম্ম হয়॥
বিপ্রৰ বিধবা স্ত্রীৰ ধৰ্ম্ম বৈষ্ণৱৰ।
পতিব্রতা স্ত্রীৰ ধৰ্ম্ম কহা দামোদৰ॥ ১৮৪
আশ্রমীৰ গৃহিনীৰ যিবা ধৰ্ম্ম চয়।
গুৰুক সুশ্রূষা শিষ্যে কৰিব যেনয়॥
কন্যা পুত্র দুইৰো ধৰ্ম্ম পিতৃ মাতৃ প্রতি
স্ত্রী জাতি কত বিধ কাহিয়ো ভকতি॥ ১৮৫
ভক্ত কতি বিধ কহিয়োক কৃপাময়।
ব্রহ্মাণ্ডৰ কতিবিধ কহিয়ো নিচয়॥
কোন নীচ কৃত্তিম কোনবা মহাশয়।
সমস্তে কহিয়ো পুত্র গুচায়ো সংশয়॥ ১৮৬
ভগৱন্ত নিগদতি নন্দ মহামতি।
কহো ধৰ্ম্মচয় তুমি শুনিয়ো সম্প্রাতি॥
সন্ধ্যা কৰি প্রতি ক্রিয়া মোহোৰ সেৱন।
কৰিবেক নিতে নিতে জানা দ্বিজগন॥ ১৮৭
মোহোৰ প্রসাদ নিতে কৰিব ভক্ষন।
মোহোক নিদিয়া নুভুঞ্জিব দ্বিজগন॥

বিষ্ণুক অদত্ত যিতো অন্ন জল লয়।
বিষ্ঠা মূত্ৰ সম জানিবাহা মহাশয়॥ ১৮৮
বিষ্ণুৰ প্ৰসাদ নিতে কৰয় ভোজন।
জীৱন্তে মুকুত জানা সেহি দ্বিজগন॥
নিত্যে তপশালী সুচী হৈব দ্বিজ চয়।
ব্ৰত দান ধৰ্ম্ম তীৰ্থ কৰিব আশ্ৰয়॥ ১৮৯
সান্ত দান্ত অধ্যয়ন কৰিব নিশ্চয়।
বিষ্ণু মন্ত্ৰ গ্ৰহন কৰিব মহাশয়॥
গুৰুক সেৱিয়া মন্ত্ৰ কৰিব গ্ৰহন।
গুৰু ৰূপে মোক সদা কৰিব সেৱন॥ ১৯০
নিত্যে শিস্যে পুজাৰ দক্ষিণা যি যি পাই।
গুৰুক অৰ্পনা কৰিবেক সমুদাই॥
গুৰুত অনুজ্ঞাঁ লৈয়া গৃহাশ্ৰমী হৈব।
গুৰুক পোসন শিস্যে নিতান্ত কৰিব॥ ১৯১
সমস্তে জানিব পিতৃ মহা গুৰু হয়।
সত্ত গুনে শ্ৰেষ্ঠ মাতৃ জানিব নিশ্চয়॥
মাতৃত কৰিয়া শ্ৰেষ্ঠ মন্ত্ৰ দাতা যিতো।
শতগুণে শ্ৰেষ্ঠ হয় পুন্যত্তম সিতো॥ ১৯২
চাৰি গুণে শ্ৰেষ্ঠ গুৰু দেৱতাত কৰি।
প্ৰত্যেক্ষে ইশ্বৰ গুৰু জানা দেৱ হৰি॥
উদৰেক কৰি দেৱতাক কৰে দান।
প্ৰত্যোক্ষ ভোজন কৰ্ত্তা গৃহিতা প্ৰধান॥ ১৯৩
গুৰু ৰূপে দেহ ধৰো মঞিঁ নাৰায়ণ।
গুৰু তুস্টে তুষ্ট হৱে সবে দেৱগন॥
গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু মহেশ্বৰ।
চৰাচৰ জগতৰ গুৰুসে ইশ্বৰ॥ ১৯৪
গুৰুৰ দেহত থাকে সবে দেৱগণ।
গুৰু তুষ্টে দেৱসমে তুষ্ট নাৰায়ণ॥
গুৰুয়ো শিস্যক প্ৰতি হেন আচৰিব।
পুত্ৰৰ সমান স্নেহ শিস্যক কৰিব॥ ১৯৫
আশীস নেদিয়া যদি ভোজন কৰয়।
ব্ৰহ্মহত্যা পাপ জানা গুৰুত লাগয়॥

স্বধৰ্ম্ম আচৰি বিপ্ৰে সুদ্ধিক লভয়।
ব্ৰাহ্মণৰ ব্ৰাহ্মন্যতো তেবেসে বাঢ়য়॥ ১৯৬
বিষ্ণু সেৱি সদাবিপ্ৰে সুদ্ধিক লভয়।
তাহাঙ্ক বিনাই বিপ্ৰ অসুচি হোৱয়॥
শালগ্ৰাম মহাযন্ত্ৰ পুজাক কৰিব।
পাদোদক পান কৰি নৈবেদ্য ভুঞ্জিব॥ ১৯৭
বিষ্ণু পাদোদক পানে লভে তীৰ্থ স্নান।
সমস্তে পাতক তাৰ হোৱয় নিৰ্য্যান॥
সৰ্ব্ব তীৰ্থ স্নান লাভ জানা সিতোজন।
সমস্তে দেৱক সিতো কৰিলা অৰ্চ্চন॥ ১৯৮
শালগ্ৰাম শিলা জলো কৰে অভিষেক।
সৰ্ব্বপাপ ক্ষয় তাৰ হোৱয় প্ৰতেক॥
গঙ্গাৰো জলতো কৰি শালগ্ৰাম জল।
দশগুণে শ্ৰেষ্ঠ জানিবাহা মহাবল॥ ১৯৯
শালগ্ৰাম জল নিতে কৰয় ভোজন।
জীৱন্তে মুকুত জানা সেহি দ্বিজগন॥
নিত্য কৃত্য কৰি দ্বিজে কৰিব ভোজন।
বিষ্ণুৰ নৈবেদ্য পৰে কৰিব ভক্ষন॥ ২০০
একাদশী জন্মাষ্টমী ৰাম নৱমীত।
শিৱৰাত্ৰি দিনে নুভুঞ্জিব কদাচিত॥
এতি তিথি সমস্তত ব্ৰতক কৰয়।
জীৱন্তে মুকুত হৱে সেহি দ্বিজচয়॥ ২০১
পৃথিবীত যিতো তীৰ্থ সমস্তে আছয়।
ব্ৰাহ্মণৰ পদে থিতি হৱে মহাশয়॥
বিপ্ৰ পাদোদক যিতো জনে কৰে পান।
সিতো জনে সবে তীৰ্থ কৰিলেক স্নান॥ ২০২
বিষ্ণুৰ প্ৰসাদ যিতো কৰয় ভোজন।
ভুমিকো পবিত্ৰ কৰে জানা সিতো যন॥
সৰ্ব্ব তীৰ্থ স্নান ব্ৰত ফলক পাৱয়।
জীৱন্তে মুকুত ভৈল সিতো মহাশয়॥ ২০২
পদে পদে অশ্বমেধ ফলক পাৱয়।
অগ্নি বায়ু সুৰ্য্য সম পবিত্ৰ হোৱয়॥

যম দূত যমলোক স্বপ্নে নেদেখয়।
হৰিৰ পাৰ্ষদ হুয়া বৈকুণ্ঠে বঞ্চয় ॥ ২০৩
যিতো দ্বিজে হৰিসেৱা সদায় কৰয়।
বৈকুণ্ঠৰ পৰা সিতো নপৰে নিশ্চয় ॥
বিষ্ণুমন্ত্ৰ যিতো জনে উপাসা কৰয়।
সেহি দ্বিজ জানিবাহা বৈষ্ণব হোৱয় ॥ ২০৪
গুৰুৰ মুখৰ হন্তে বৰ্ণিত যাহাৰ।
প্ৰবেশ কৰাৰে বিষ্ণু মন্ত্ৰ জানা সাৰ ॥
সেহিজন বৈষ্ণৱ জানিবা মহাশয়।
পৰম পবিত্ৰ সিতো জগতে পুজয় ॥ ২০৫
বিষ্ণুৰ মন্ত্ৰক যিতো গ্ৰহন কৰয়।
জীৱন্তে মুকুত সিতোজন মহাশয় ॥
অখিল ব্ৰহ্মাণ্ড ভেদি যায় সিতোজন।
মোৰ পদ বৈকুণ্ঠক কৰয় গমন ॥ ২০৬
মোৰ মন্ত্ৰ লৈয়া যিতো মোৰ ভক্ত হয়।
পুৰ্ব্বৰ পুৰুষ সাত উদ্ধাৰ কৰয় ॥
মাতামহ কুলে সাত জানা নিস্তাৰয়।
পিতৃ মাতৃ সোদৰকো ভক্তে উদ্ধাৰয় ॥ ২০৭
মন্ত্ৰক গ্ৰহন মাত্ৰে এহি ফল হয়।
পুৰ্ব্ব স্মৰনকো কাৰ মোতোত অৰ্পয় ॥
সিতো ভক্তে পুৰুষৰ শত উদ্ধাৰয়।
পুৰ্ব্বে পুৰ্ব্ব স্মৰণ কৰিয়া মহাশয় ॥ ২০৮
নাৰায়ণ ক্ষেত্ৰে মোৰ মন্ত্ৰক যপয়।
লীলা কৰি পুৰুষ সহস্ৰ উদ্ধাৰয় ॥
আপুনি সহিতে সিতো বৈকুণ্ঠে চলয়।
একান্তিকা মোৰ ভক্ত জিতো জন হয় ॥
পুৰুষৰ লক্ষ্য সিতো উদ্ধাৰ কৰয় ॥ ২০৯
সঙ্কল্প ৰহিত হুয়া যিতো দ্বিজগন।
বিষ্ণু পদে সৰ্ব্ব কৰ্ম্ম কৰয় অৰ্পন ॥
সেহি দ্বিজ জানিবাহা দেৱৰ সমান।
সমস্তৰে পুজ্য সিতো জানা মোৰ প্ৰান ॥ ২১০
প্ৰাণতো অধিক প্ৰিয় মোৰ ভক্ত চয়।
ভকতত পৰে মোৰ প্ৰিয় নাহি কয় ॥

বিষ্ণু ভক্ত তেজৱন্ত গুৰু ধৰ্ম্মৱন্ত।
মহা পুন্যৱন্ত যিতো পৰম মহন্ত ॥ ২১১
তানপৰা মন্ত্ৰ পিতৃ কৰিব গ্ৰহন।
প্ৰনতি পুৰ্ব্বকে হৰ্ষ কৰি বিচক্ষন ॥
বয়সৰে হীন জ্ঞান হীন বিদ্যা হীন।
অসত্যয় প্ৰবৰ্ত্তন জাতিতো বিহীন ॥ ২১২
আশ্ৰমৰে হীন যিতো মুৰ্খ যিবা হয়।
পিতৃ সন্যাসীৰো মন্ত্ৰ লৈবে নলাগয় ॥
বংশ হীন ভাৰ্য্যা হীন মহা ব্যাধি মন্ত।
আপুনিয়ে যিতো গুৰু মন্ত্ৰক তেজন্ত ॥ ২১৩
এহি সমস্তৰ মন্ত্ৰ নলৈবা নিশ্চয়।
শৈব্য শাক্ত গুৰু হন্তে লৈবেনলাগয় ॥
বিষ্ণু ভক্তি হীন যিতো জনগুৰু হয়।
তান পৰা মন্ত্ৰলৈলে তল্লায়ুষ হয় ॥ ২১৪
জ্ঞান হীন গুৰু হন্তে যিতো মন্ত্ৰ লয়।
সিতো শিস্য জানিবাহা অপণ্ডিত হয় ॥
বিদ্যাহিন গুৰুহন্তে শিস্য মুৰ্খ হয়।
জাতি হীন গুৰু হন্তে ক্ষয়ক লভয় ॥ ২১৫
আশ্ৰম বিহীন হন্তে দুঃখক লভয়।
পিতৃ গুৰুহন্তে শিস্য যশ হানিয়য় ॥
সন্যাসী গুৰুত হন্তে মৃত্যুক লভয়।
ব্যাধি যুক্ত গুৰু হন্তে ব্যাধিক লভয় ॥ ২১৬
বংশ হীন গুৰু হন্তে নিৰ্ব্বংশী হোৱয়।
একাৰণে এতিসব ভাল নুহিকয় ॥
স্ত্ৰীহীন গুৰু হন্তে হৱে ভাৰ্য্যাহীন।
মন্ত্ৰক্ষীন গুৰু হন্তে হোৱে মন্ত্ৰক্ষীন ॥ ২১৭
ভক্তি হীন গুৰু হন্তে লৱে মন্ত্ৰ যিতো।
ভক্তি হীন হৱে শিস্য জানিবাহা সিতো ॥
শৈব শাক্ত গুৰু হন্তে মন্ত্ৰক লৱয়।
হৰি বিষয়ত তাৰ ভক্তি নপাচয় ॥ ২১৮
পঞ্চান্ন মোহোক দিব বৈষ্ণব ব্ৰাহ্মন।
মোহোক পঞ্চান্ন নেদিবেক অন্যজন ॥

প্ৰনৱক উচ্চাৰণ হোমক কৰণ।
শালগ্ৰাম দ্বিজগনে কৰিব অৰ্চ্চন॥ ২১৯
মোহোৰ সমন্ধি পিতৃ পঞ্চাঁগ্নৰ দান।
ব্ৰাহ্মনত পৰে অধিকাৰ নোহে আন॥
হবিস্যাক নিৰামিষ দ্বিজে আচৰিব।
আমিষক পৰিত্যাগ সদায়ে কৰিব॥ ২২০
নিতে পাক কৰিবেক নবিন ভাণ্ডত
নহে পক্ক ভৈলে তেজিবেক ভাণ্ডজত॥
সংস্কৃত স্থানত থৈয়া অন্ন ব্যঞ্জনক।
ভক্তি ভাবে সিতো অন্ন দিবেক আমাক॥ ২২১
মোহোক নেদিয়া জিতো ভোজন কৰয়।
সুৰাপান সম তাৰ অন্ন জল হয়॥
গ্ৰহন কালত সুত জাত অসৌচত।
অসৌচিয়া পৃষ্ট পাক ভাণ্ডক সতত॥ ২২২
সেহি ভাণ্ড তেজিবেক নৰ নাৰী চয়।
ত্যাগ নকৰিলে তাৰ প্ৰায়শ্চিত হয়॥
পাদ প্ৰক্ষালন স্নান সংস্কাৰ কৰিয়া।
ভুঞ্জিবেক ভক্ষ্য দ্ৰব্য অন্নক বসিয়া॥ ২২৩
মুল্য লৈয়া যিতো জনে কন্যাক বিকয়।
মহা ৰৌৰৱক সিতো ভুঞ্জিবে লাগয়॥
কন্যা লোম মানে বৰ্ষ তাহাৰ নিশ্চয়।
পিতৃগণ সমে কুম্ভি নৰকে পচয়॥ ২২৪
পুৰুহিত সমে কুম্ভিপাক নৰকত।
পুত্ৰ সমে পচি থাকিবেক বৰ্ষ শত॥
কন্যাৰ সমন্ধি দ্ৰব্য নকৰি গ্ৰহন।
সুপুত্ৰক প্ৰতি কন্যা দিব বিচক্ষন॥ ২২৫
বেদ পুৰানত কহি আছে নিৰন্তৰ।
বিপ্ৰ বৈষ্ণৱৰ ধৰ্ম্ম কৈলো ব্ৰজেশ্বৰ॥
ক্ষেত্ৰিয়ৰ নৃপতিৰ স্বধৰ্ম্ম মন্ত্ৰিৰ।
সুনানন্দ ৰাজা মন হেন কৰি থিৰ॥ ২২৬
ব্ৰাহ্মনক পুজিবেক সতকাৰ কৰি।
ইশ্বৰক পুজাযেন কৰিব সাদৰি॥
ৰাজ্যৰ পালন কৰিবেক নিৰন্তৰ।
ৰনত নিৰ্ভয় হুয়া কৰিব সমৰ॥ ২২৭
নিতে নিতে ব্ৰাহ্মনক কৰিবেক দান।
শৰনাগতক পাইলে কৰিবে ৰক্ষন॥
পুত্ৰ তুল্য প্ৰজাক দেখিবে নৰপতি।
পুত্ৰ প্ৰজা দুইতো কৰিবেক একমতি॥ ২২৮
দুস্থিতক প্ৰতিপাল কৰিব নিশ্চয়।
অস্ত্ৰ সস্ত্ৰ নিপুন হৈবেক নৃপ ছয়॥
সত্যব্ৰত দান ধৰ্ম্ম সদা আচৰিব।
পণ্ডিত শাস্ত্ৰজ্ঞ দ্বিজ দানক কৰিব॥ ২২৯
সদা প্ৰতিপাল কৰিবেক নৰপতি।
দশ প্ৰায় ব্ৰাহ্মনত কৰিব ভকতি॥
সভাৰ মধ্যত কৰিবেক নিয়োজন।
পণ্ডিত শাস্ত্ৰজ্ঞ শিষ্ট চতুৰ ব্ৰাহ্মন॥ ২৩০
হস্তি অশ্ব ৰথক পদাতি চতুষ্টয়।
সেনাক বোলয় আক পালিব নিশ্চয়॥
যৰম্নি প্ৰতাপ সৌৰ্য্য হৈব নৃপছয়।
ৰনে নিমন্ত্ৰন ভৈলে নকৰিব ভয়॥ ২৩১
দান বিসয়ত ৰাজা বিমুখ নহৈব।
ৰনে যদি পৰে তাত প্ৰানক তেজিব॥
যসস্থলন্তয সিতো তপকো কৰিব।
উত্তম স্বৰ্গত সিতো আনন্দে বঞ্চিব॥ ২৩২
পুত্ৰৱতে স্নেহ কৰিবেক সমস্তত।
দুষ্টকো কৰিব দণ্ড লৈয়া শাস্ত্ৰমত॥
আৰামত বাগ পুস্কৰনি ৰুচিকৰ।
সাথো আলি দৌল গৃহ অতি মনোহৰ॥ ২৩৩
দেৱৰ প্ৰতিমা কৰি প্ৰতিষ্ঠা কৰিব।
আনো নানা ধৰ্ম্ম পথ নৃপে আচৰিব॥
ৰাজাৰ স্বভাৱে প্ৰবৰ্ত্তিব মন্ত্ৰিগণ।
ৰাজাক বুঝাইয়া থাকিবেক অনুক্ষন॥ ২৩৪
প্ৰজাকো সিথাইবে ধৰ্ম্মৰাজা আজ্ঞা কৰি॥
প্ৰজায়ো কৰিব ধৰ্ম্ম ৰাজাক সুমৰি॥

যদি দেশে ধৰ্ম্ম ছয় হোৱয় বিঘাত।
ৰাজাৰ আউস হানি জানিবা সাক্ষাত॥ ২৩৫
জদি দেশে ধৰ্ম্মছয় প্ৰজাৰ বাঢ়য়।
ৰাজাৰ আউস বৃদ্ধি সেহি দেশে হয়॥
উচিতে লৈবেক কৰ দণ্ড ৰাজা ছয়।
দেশৰ স্বধৰ্ম্ম ধৰ্ম্ম বুঝিব নিশ্চয়॥ ২৩৬
স্বদত্ত বাপৰ দত্ত বৃত্তি ব্ৰাহ্মনৰ।
নগুচাইব ৰাজা সবে শুনা ব্ৰজেস্বৰ॥
বৈশ্যৰ স্বধৰ্ম্ম পিতৃ শুনা আত পৰ।
বানিজ্য সুদক্ষ কৃষি সেৱন বিপ্ৰৰ॥ ২৩৭
গোৰক্ষন দেবাৰ্চ্চন ব্ৰত আচৰিব।
তপদানে নানা ধৰ্ম্ম বৈশ্যেয়ো কৰিব॥
সূদ্ৰৰ স্বধৰ্ম্ম বিপ্ৰ কৰিবা সেৱন।
ব্ৰাহ্মনৰ নিতে পাদ কৰি প্ৰক্ষালন॥ ২৩৮
যিতো সূদ্ৰে ব্ৰাহ্মনক দোষ আচৰয়।
ব্ৰাহ্মনৰ ধেনু সূদ্ৰগ্ৰহন কৰয়॥
যিতো সূদ্ৰে ব্ৰাহ্মনক অৱজ্ঞা কৰয়।
ছাণ্ডাল যোনিত জানা তাৰ জন্ম হয়॥ ২৩৯
বিপ্ৰৰ ধনক হৰে যদি সূদ্ৰ ছয়
কোটিৰ সহস্ৰ সিতো গৃধত জন্ময়॥
গতজন্ম সুকৰত শত কুকুৰত।
তাত পাছে সেহি সূদ্ৰ পৰে নৰকত॥ ২৪০
যিতো সূদ্ৰে ব্ৰাহ্মনীক কৰয় গমন।
মাতৃগামী পাপতাৰ হোৱয় তেখন॥
পৰেসিতো পাপী কুম্ভি পাক নৰকত।
পছি থাকে সিতো ব্ৰহ্মাৰ যে বৰ্ষশত॥ ২৪১
কুম্ভি পাকে তপ্ত তৈলে তাহাক ভাজয়।
অহৰ্নিশে মহাসৰ্পে দংশয় তাহাক॥
জম তাৰনত শব্দ কৰয় বিকৃত।
পৰে সাত জন্ম ধৰে ছাণ্ডাল যোনিত॥ ২৪২
সাত জন্ম ধৰে সিতো সৰ্পৰ গৰ্ভত।
তাত পাচে জন্ম সাত জলৰ জন্তুত॥
কোটীৰ সহস্ৰ জন্ম বিষ্ঠা কিট হয়।
তাত পাছে বেশ্যাৰ যোনিত উপজয়॥ ২৪৩
সাত জন্ম কিট হুয়া তাত অনন্তৰ।
গোৰ ব্ৰন কৃমি সাত জন্ম পাতকীৰ।
সমস্তে যোনিত জন্ম ধৰে নিৰন্তৰ।
মনুষ্য যোনিত জন্ম নাহি সিজনৰ॥ ২৪৪
যতি সন্যাসিৰ ধৰ্ম্ম কহো মহাশয়।
দণ্ডৰ গ্ৰহন মাত্ৰে নাৰায়ণ তয়॥
পূৰ্ব্ব কৰ্ম্ম দাহ কৰে পৰতো দহয়।
যাহোক চিন্তিয়া অন্তে বৈকুণ্ঠে ছলয়॥ ২৪৫
সন্যাসীৰ পাদ পৰ্শে ভুমি সূদ্ধ হয়।
বৈয়ুৰে যেহেন তীৰ্থ পবিত্ৰ কৰয়॥
সন্যাসীক পৰ্শ মাত্ৰে মিস্পাপ হোৱয়।
ভোজন কৰাইলে অশ্বমেধ ফল হয়॥ ২৪৬
নমস্কাৰ কৰি ৰাজসুই ফল হয়।
যতী ব্ৰহ্মচাৰী দুইবো জানা সেহি নয়॥
সায়াহ্ন সময়ে গৃহাশ্ৰমী গৃহে জাই।
নিবিছাৰি অন্নক ভুঞ্জিব সমুদাই॥ ২৪৭
ভাল বেয়া অন্ন ভুঞ্জিবেক নিবিছাৰি।
ধনকো গ্ৰহন নকৰিব ব্ৰহ্মচাৰি॥
কোপকো বৰ্জ্জিব সদা বাঞ্চা নকৰিব।
শিতে উষ্ন সম লোভ মোহক তেজিব॥ ২৪৮
এক বাসা এক ৰাত্ৰ নিবাশ কৰিব।
প্ৰাতেনত উঠি অন্য স্থানে ছলি জাইব॥
যতী ব্ৰহ্মচাৰী দণ্ডী সন্যাসী যিজন।
নকৰিব সমস্তৰ ধনক গ্ৰহন॥ ২৪৯
যান আৰোহন আৰু ধনৰ গ্ৰহন।
স্বধৰ্ম্মে পতিত হয়ে এহি ছাৰিজন।
বানিজ কুবৃৰ্ত্তি কৃষি সন্যাসী কৰয়।
স্বধৰ্ম্ম পতিত সিতো উপহাস্য হয়॥ ২৫০
পতিহিনা ব্ৰাহ্মনীৰ কহো ধৰ্ম্ম ছয়।
সুনানন্দ পিতৃ ৰাজ তুমি মহাশয়॥

একবাৰ দিনানন্তত হবিষ্য ভুঞ্জিঁব।
দিব্য বস্ত্ৰ গন্ধ দ্ৰব্য তৈলক তেজিব॥ ২৫১
নিষ্কামিনী সদা হৈব তেজিব চন্দন।
মাল্য সাংখ্য সিন্দুৰকো তেজিব ভুষণ॥
মল বস্ত্ৰ তেজি শুক্ল বসন পিন্ধিব।
সৰ্ব্বদায় নাৰায়ণ নোহোক স্মৰিব॥ ২৫২
বিষ্ণুৰ সেৱন পুজা নিতান্তে কৰিব
অনন্য ভক্তিক মোত সদা আচৰিব॥
সৰ্ব্বদায়ে মোৰ নাম মুখত লৈবেক।
পুত্ৰ তুল্য পুৰুষক সদা দেখিবেক॥ ২৫৩
মিষ্ট অন্ন নুভুঞ্জিঁব বিভৱ তেজিব।
একাদশী দিনে অন্ন দ্ৰব্য নুভুঞ্জিঁব॥
জন্মাষ্টমি শিৱৰাত্ৰি ৰাম নৱমিত।
চন্দ্ৰ সূৰ্য্য গ্ৰহনত অঘোৰ তিথিত॥ ২৫৪
অন্ন আদি বস্তু দ্ৰব্য সমস্তে তেজিব।
তাৰ পৰদিনে পিতৃ বিধবা ভুঞ্জিঁব॥
বিধবা সন্যাসী যতি ব্ৰহ্মচাৰি যিতো।
তাম্বুলক নুভুঞ্জিঁব জানিবাহা সিতো॥ ২৫৫
যদি ভুঞ্জেঁ তাম্বুলক এহি চাৰি জন।
গোৰ মাংস সুৰা তুল্য বেদৰ বছন॥
নস্থৰ জম্বিৰ পৰ্ন্ন ৰক্ত সাক ছয়।
অলাবু বৰ্ত্তুলা কাৰ বৰ্জ্জনি হতয়॥ ২৫৬
পতিহিন নাৰী জদি ঘাটত শোৱয়।
তাইৰ স্বামি স্বৰ্গ হন্তে নৰকে পৰয়॥
পতিহিন নাৰী সবে আৰোহন হয়।
পৰ ব্ৰত সিতো নাৰী নৰকে পৰয়॥ ২৪৭
পৰ পুৰুষৰ মুখ যাত্ৰা নৃত্য গন!
সুবেশ পুৰুষ শুভ গায়ন শোভন॥
তৈল ভৃঙ্গ নকৰিব নচাইব দৰ্পন॥
মহোৎসব নচাহিব নাসৰ কাৰণ॥ ২৪৮
সন্তৰ স্বধৰ্ম্ম পিতৃ শুনা আত পৰ।
সাম বেদে নিৰুপিয়া আছে ৰুছিকৰ॥

অধ্যায়ন অধ্যাপন বিপ্ৰক পালন।
গুৰুক সেৱন নিতে দ্বিজ দেৱাৰ্চ্চন॥ ২৪৯
সিদ্ধান্ত শাস্ত্ৰত হৈব পৰম নিপুন।
আত্মাৰ তোসন ভক্তি কৰিব সেৱন॥
সুদ্ধ শাস্ত্ৰ ব্ৰহ্মা পুন্য আক্ষান শুনিব।
বেৱস্থা কৰিব বেদ অৰ্থ বিচাৰিব॥ ২৫০
সাস্ত্ৰ অৰ্থ আছৰাইব আপুনি কৰিব।
বেদাত্মিক বেদাচাৰ সন্তে নেতেজিব॥
বেদউক্ত যিতো দ্ৰব্য তাহাঙ্ক ভুঞ্জিব।
বেদৰ নিষিদ্ধ সন্তে তাহাক তেজিব॥ ২৫১
কুলধৰ্ম্ম সদাচাৰ পবিত্ৰ চৰন।
জাতিধৰ্ম্ম ভক্তি কৰ্ম্ম কৰিব সেবন॥
পতিব্ৰতা স্ত্ৰীৰ কৰ্ম্ম কহো মহাশয়।
স্বামী সেৱা যেন মতে কৰিব নিশ্চয়॥ ২৫২
স্বামীৰ উছিস্ত নিতে কৰিব সেৱন।
বাঞ্চা কৰি পাদোদক কৰিব ভক্ষন॥
স্বামীৰ চৰনে সতী ভক্তিক কৰিব।
স্বামীত অনুজ্ঞা লৈয়া সদায়ে ভুঞ্জিব॥ ২৫৩
ব্ৰত তপ দেৱ পুজা পৰিত্যাগ কৰি।
স্বামীৰ চৰন সেৱা কৰিব সাদৰি॥
স্বামীক সন্তোষ কৰিবেক নিতে তুতি।
স্বামী আজ্ঞা বিনে কৰ্ম্ম নকৰিব সতি॥ ২৫৪
ঈশ্বৰত কৰি শ্ৰেষ্ঠ স্বামীক মানিব।
পৰ পুৰুষৰ মুখ সতি নচাহিব॥
সুবেশ পুৰুষ যাত্ৰা পৰৰ মৈথুন।
মহোৎসৱ নৃত্য সতি নৰ্ত্তক গায়ন॥ ২৫৫
পৰ ক্ৰিড়া হাস্য ৰতি সতি নচাহিব।
স্বামীৰ যি ভক্ষ্য হবে তাহাঙ্ক ভুঞ্জিব॥
স্বামীৰ সঙ্গক সতি নাৰি একক্ষন।
এৰি নজাইবেক সতি আনৰ ভবন॥ ২৫৬
স্বামীৰ উত্তৰে সতি উত্তৰ নেদিব।
তাৰন কৰিলে সতি কোপ নকৰিব॥

ক্ষুধাতুৰ ভৈলে সতি স্বামিক ভুঞ্জাইব।
তৃষাতুৰ ভৈলে পতি পানক কৰাইব ॥২৫৭
নিদ্ৰালু স্বামীক সতি নাৰি নজগাইব।
কৰ্ম্ম কৰিবাক সতি নাৰি নপাঞ্চিব ॥
শত পুত্ৰ সমস্নেহ স্বামিত কৰিব।
স্বামী যিবা বোলে শ্ৰদ্ধা ভাৱে আচৰিব ॥ ২৫৮
পতি বন্ধু পতি ভৰ্ত্তা পতি কুল দেৱ।
পতি বিনে সতিৰ নাহিক আন কেৱ ॥
অমৃত সমান সতি শুভ দৃষ্টি কৰি।
স্বামীক দেখিব সতি পৰম সাদৰি ॥ ২৫৯
অল্প হাস্য কৰি সতি চাহিব বদন।
নিতে নিতে বন্দিবেক স্বামীৰ চৰন ॥
পুৰুষ সহশ্ৰ সতি উদ্ধাৰ কৰয়।
সমস্ত পাতক হন্তে স্বামিক তাৰয় ॥২৬০
সতিৰ ব্ৰতৰ তেজে নাহি কৰ্ম্ম ভোগ।
সতি সমে বঞ্চে স্বামী সুখুছে সম্ভোগ ॥
স্বামী সমে সতি নাৰি বৈকুণ্ঠে চলয়।
সহশ্ৰ পুৰুষ সতি উদ্ধাৰ কৰয় ॥ ২৬১
পৃথিবিত যত তীৰ্থ নিবাস কৰয়।
সতিৰ পদত তীৰ্থ সমস্তে থাকয় ॥
সমস্তে দেৱৰ তেজ সমস্তে মুনিৰ।
সমস্তে ব্ৰতিৰ ফল আৰু তপস্বীৰ ॥ ২৬২
সমস্ত দানৰ ফল দানত যি হয়।
সতিৰ দেহত পুণ্য সমস্তে থাকয় ॥
ব্ৰহ্মাহৰ আদি কৰি দেৱ নিৰন্তৰ।
সুৰাসুৰ আদি কৰি মুনি সিদ্ধনৰ ॥ ২৬৩
পতিব্ৰতা সাত্তিক সকলে কৰে ভয়।
সতি পদধূলি ভুমি পবিত্ৰ কৰয় ॥
পতিব্ৰতা স্ত্ৰীক যিতো নমস্কাৰ কৰে।
তাহাৰ পাতক ছয় সমুলক্ষে হৰে ॥ ২৬৪
একক্ষনে পতিব্ৰতা তিনি লোক আৰ।
ভস্ম কৰিবাক পাৰে তেজে আপোনাৰ ॥

পতিব্ৰতা পতি পুত্ৰ দুইৰো ভয় নাই।
দেৱগন মুনিগন সবেয়ো ডৰাই ॥ ২৬৫
যিতো জনে শত জন্ম পুন্যক কৰয়।
তাৰ গৃহে পতিব্ৰতা কন্যা ওপজয় ॥
পতিব্ৰতা কন্যা মাতৃ পিতৃ যিবা হয়।
জীৱন্তে মুকুত হুয়া বৈকুণ্ঠে চলয় ॥ ২৬৬
সতি নাৰি প্ৰাতসত সন্ধ্যাৰ উঠিয়া।
ৰাত্ৰিবাস তেজি অন্য বস্ত্ৰক পিন্ধিয়া ॥
স্বামীৰ চৰনে নমস্কাৰক কৰিয়া।
পতিব্ৰতা তুতি কৰিবেক হৰ্ষ হৈয়া ॥ ২৬৭
তাত পাছে গৃহ কাৰ্য্য সকলে কৰিব।
স্নান কৰি ধৌত্ত বস্ত্ৰ দুতয় পিন্ধিব ॥
শুক্ল পুষ্প লৈয়া সতি স্বামীক পুজিব।
সুনিৰ্ম্মল জলে পাচে স্নানক কৰাইব ॥ ২৬৮
ধৌত বস্ত্ৰদ্বয় পতিব্ৰতা আনি দিব।
স্বামীৰ চৰন সতি আপুনি ধুৱাইব ॥
আসন পাৰিয়া স্বামিক বসুৱাইব।
স্বামীৰ কপালে সতি চন্দন পিন্ধাইব ॥ ২৬৯
গাৱত লেপন দিয়া মাল্যক পিন্ধাইব।
অমৃত সমান ভোগ দ্ৰব্যক ভুঞ্জাইব ॥
ভক্তি ভাৱে পুজা কৰি প্ৰনাম কৰিব।
সামবেদ মন্ত্ৰে সতি পুজা আচৰিব ॥ ২৭০
স্বামীৰ চৰনে সতি অৰ্ঘ নিবেদিব।
ধুপ দীপ নৈবেদ্য বস্ত্ৰক সমৰ্পিব ॥
সুবাসীত জল দিয়া তাম্বুলক দিব।
স্তোত্ৰক পঢ়িয়া সতি স্তুতিক কৰিব ॥ ২৭১
পতিব্ৰতা স্তোত্ৰ পদ বাহুল্যক দৰে।
নিলিখিলোঁ পদ ক্ষমা কৰা নাৰী নৰে ॥
পতিব্ৰতা স্ত্ৰীক যিতো স্তুতিক কৰয়।
তীৰ্থস্থান ফল জানিবাহা তাৰ হয় ॥ ২৭২
তুতি নতি কৰি সতি স্বামীক তুষিব।
স্বামীৰ আজ্ঞাঁয়ে সতি পাচত ভুঞ্জিব ॥

পতিব্ৰতা ধৰ্ম্ম মই কহিলোঁ তোমাত।
গৃহাশ্ৰমি ধৰ্ম্ম কহো শুনিয়োক তাত ॥ ২৭৩
দেৱ পিতৃ দ্বিজ গৃহি কৰিব পুজন।
চাৰি জাতি কৰিবে স্বধৰ্ম্ম আচৰন॥
গৃহাশ্ৰমী বিষয়ত সবে আসা কৰে।
পুজিবাক লাগে এতেকেসে গৃহি নৰে ॥ ২৭৪
দেৱ পিতৃ দ্বিজ অথিতিৰ আষা জানি।
সবাকে পুজিব গৃহাশ্ৰমী মহামানি॥
অথিতিৰ পুজা যিতো গৃহি নকৰয়।
সেহি গৃহাশ্ৰমী সদা অসুছি হোৱয়॥ ২৭৫
অথিতি কালত জানা সৰ্ব্ব দেৱ ময়।
গৃহস্তক আশা কৰি অথিতি আশয়॥
তৃষাতুৰ হুয়া যেনমতে ধেনুগন।
জলৰ সমিপ পিতৃ কৰয় গমন॥ ২৭৬
সেহি মতে গৃহাশ্ৰমি গৃহক আসয়।
জতী ব্ৰহ্মচাৰী আদি কৰি সমস্তয়॥
মধ্যাহ্নত ক্ষুধাতুৰে অথিতি আসয়।
বিষ্ণু বুদ্ধি কৰি গৃহি শক্তিয়ে অৰ্চ্চয়॥ ২৭৭
গৃহিক আশীষ কৰি অথিতি ছলয়।
সমস্তে পাতেক তাৰ ভষ্ম ভুত হয়॥
অথিতীক পুজা গৃহাশ্ৰমী নকৰয়।
সমস্তে পাতেক তাৰ তেক্ষনে হোৱয়। ২৭৮
ত্ৰল্যোক যোনিত পাপ লভে সিতো জন।
হেন জানি অথিতিক কৰিব তোষন॥
গৃহাশ্ৰমী গৃহ হন্তে আষা ভঙ্গ হুয়া।
অথিতি ছলয় যদি কোপক কৰিয়া॥ ২৭৯
অথিতিৰ প্ৰতি গ্ৰহ নভৈল যাহাৰ।
নৈৰাষা ভৈলেক দেৱ পিতৃ গনোতাৰ॥
স্ত্ৰী-বধ গো-বধ পুণ্যক বিকয়।
ব্ৰহ্ম বধ গুৰু ভাৰ্য্যা গমন কৰয়॥ ২৮০
তুল্য পাপ হয়ে যিতো পুজা নকৰয়।
অথিতিৰ প্ৰযত্নত হৰি তুষ্ট হয়॥
আসা ভঙ্গ হুয়া যদি অথিতি ছলয়।
অথিতিৰ পাপ ছয় গৃহিক দিৱয়॥ ২৮১
গৃহস্থৰ পুন্যছয় অথিতি নিৱয়।
এতেকে অথিতি পুজা সমস্তে কৰয়॥
পোষ্য সকলকো গৃহি পোষন কৰিব।
ধৰ্ম্মজ্ঞাঁনি গৃহাশ্ৰমী পাছত ভুঞ্জিব॥ ২৮২
মাতা যাৰ গৃহে নাই ভাৰ্য্যা বেস্যা হয়।
সিতো গৃহি অৰন্যক ছলিবে লাগয়॥
অৰন্যতো কৰি গৃহ দুঃখ দাতা হয়।
সেহি ভাৰ্য্যা সমে সিতো দুখক ভুঞ্জয়॥ ২৮৩
দুষ্টা ভাৰ্য্যা সদা স্বামী দ্বেষক লভয়।
সৰ্ব্বদায়ে বিষতুল্য স্বামীক দেখয়॥
স্বামীক দেখিয়া দুষ্টা ভুঞ্জিবে নেদয়।
সদা তিৰস্কাৰ কৰি স্বামীক থাকয়॥ ২৮৪
মুনি তুল্য স্বামী পুজ্য পৰম পণ্ডিত।
তৃনৰ সদৃশ কৰি নমানে কিঞ্চিত॥
ধিক্কাৰ কৰিয়া দুষ্টা সদায়ে থাকয়।
দুৰ্ব্বাক্য অগ্নিয়ে দহি যেন মৰা হয়॥ ২৮৫
দুষ্ট বংশে জাত দুষ্টা বিজনে লভয়।
জিবন পৰ্য্যন্ত স্বামী দুখক ভুঞ্জয়॥
গৃহিনীৰ সদাচাৰ শুনা নন্দৰাই।
গৃহিনি কৰিব পতি ভক্তি সৰ্ব্বদাই॥ ২৮৬
প্ৰাতসত উঠি স্বামি দেৱক নমিব।
গৃহিনীয়ে অঙ্গিনাত মণ্ডল কৰিব॥
গৃহকৃত্য কৰি পাচে স্নানক কৰিব॥
স্নান কৰি দেৱ বিপ্ৰ স্বামীক নমিব॥ ২৮৭
গৃহ দেৱ তাক পুজি ভুঞ্জাইব স্বামিক।
গৃহিনীয়ে পুজা কৰিবেক অথিতিক॥
স্বামী পাদোদক লৈয়া কৰিব সেৱন।
সবাকে ভুঞ্জায়া পাচে কৰিব ভোজন॥ ২৮৮
পুত্ৰ গনে পিতৃক পুজিব মহাশয়।
সিশ্য গনে পুজিবেক গুৰুক নিশ্চব॥

তথাপিতো দুষ্ট উপপতিক ভজয়।
নৃপতিয়ো ৰাখিবাক তাইক নপাৰয় ॥ ৩০৫
কাৰ্য্য বেসে দুষ্টাৰ নৃপতিকে কোনে পৃয়।
কোনে বেলা পৃয়কোনে হোৱয় আপৃয় ॥
নবিন তৃনক বাঞ্ছে যেন ধেনুগণ।
সেহিমতে বাঞ্ছা কৰে স্বামীক নবিন ॥ ৩০৬
বিদ্যুতিকা জলে ৰেখা যেন ক্ষিতি হয়।
দুষ্টাৰ তেনয় পৃতি সদাএ নৰয় ॥
সদায়ে অধৰ্ম্ম কৰে কপট কৰিয়া।
অসত্য বচন দুষ্টা থাকয় কহিয়া ॥ ৩০৭
ব্ৰত তপ ধৰ্ম্মে সদা মন নাহিকয়।
গৃহ ধৰ্ম্ম বিষয়ত মন নপৰয় ॥
গুৰুতো দেৱতো তাইৰ মন নাহিকয়।
চঞ্চল স্বভাৱে উপপতিক বাঞ্ছয় ॥ ৩০৮
তিনি বিধ স্ত্ৰীৰ কথা কহিলো তোমাত।
ত্ৰিবিধ ভক্তৰ কথা শুনিয়োক তাত ॥
তৃন শয্যা কৰিবেক মোৰ ভক্ত ছয়।
মোৰ ভক্তি সৰ্ব্বদায়ে কৰিব নিশ্চয় ॥ ৩০৯
মোৰ নাম গুন কীৰ্ত্তনত মন দিয়া।
সংসাৰৰ সুখ যত মনত তেজিয়া ॥
মোৰ পদে সদাধ্যান কৰয় মনত।
ভক্তি ভাৱে মোক পুজা কৰয় সতত ॥ ৩১০
ফল বাঞ্ছা নকৰয় সংকল্প ৰহিত।
অনিমাদি সৰ্ব্ব সিদ্ধি নবাঞ্ছে কিঞ্চিত ॥
ব্ৰহ্মাৰ সম্পত্তি যিতো তাকো নবাঞ্ছয়।
দেৱ অসুৰৰ সুখ সমস্তে তেজয় ॥ ৩১১
সালোক্যাদি চাৰি বিধ মুক্তিকো তেজয়।
দাস্য ভক্তি বিনে ভক্তে একো নবাঞ্ছয় ॥
নিৰ্ব্বান মুকুতি তাকো ভক্তে নবাঞ্ছয়।
অমৃতৰ পান সুখ তাহাকো তেজয় ॥ ৩১২
নিশ্চলা মোহোৰ ভক্তি ভকতে বাঞ্ছয়।
মোৰ ভক্তি সুখৰ উপমা নাহিকয় ॥
সমস্তে জীৱত ভেদভাৱ নাহিকয়।
নাৰী পুৰুষৰ ভেদ তাকো নজানয় ॥ ৩১৩
ক্ষুধা তৃষা কাম ক্ৰোধ লোভ মোহ চয়।
নিদ্ৰা দেষ আদি কৰি সমস্তে তেজয় ॥
মই পৰমাত্মা মোক মানে সমস্তত।
দিগম্বৰে মোক ধ্যান কৰয় সতত ॥ ৩১৪
সিদ্ধৰো ইশ্বৰ সেহি ভক্তৰ প্ৰবৰ।
উত্তম মোহোৰ ভক্ত জানা ব্ৰজেশ্বৰ ॥
মধ্যমৰ লক্ষন শুনিয়ো মহামতি।
সমস্তে কৰ্ম্মত নকৰয় আষকতি ॥ ৩১৫
গৃহাশ্ৰমী হুয়া সদা কৰয় ভকতি।
প্ৰাক্তনকো অপক্ষা কৰয় মহামতি ॥
সততে ভজিয়া পুৰ্ব্ব কৰ্ম্মকো ছেদয়।
সংকল্প ৰহিত হুয়া যত্ন নকৰয় ॥ ৩১৬
দেহৰ নিৰ্ব্বাহ যেন মতে ৰক্ষা হয়।
সেহিমতে কৰে আন যত্ন নকৰয় ॥
যিবা কিছো কৰ্ম্ম কৰে কৃষ্ণত অৰ্পয়।
মএিঁ কৰ্ম্ম কৰ্ত্তা নোহো মনত মানয় ॥ ৩১৭
কায়বাক্য মনে সদা মোহোক চিন্তয়।
সমস্তে কৰ্ম্মক কৰি মোহোক অৰ্পয় ॥
প্ৰাকৃত কৰ্ম্মৰ কথা শুনা মহামতি।
গৃহাশ্ৰমী হুয়া কৃষ্ণে কৰয় ভকতি ॥ ৩১৮
সংকল্পক মনে কৰি বিষয় কৰয়।
পুত্ৰভাৰ্য্যা আদি কৰি সবাকো পোষয় ॥
ধনজন বিষয়তো কিছো আষকতি।
সমস্তকো নেতেজিয়া কৰয় ভকতি ॥ ৩১৯
কৃষ্ণত কৰয় ভক্তি নভজয় আন।
প্ৰাকৃত ভকত মই কহিলো প্ৰমান ॥
উত্তমে সহস্ৰ পুৰুষক উদ্ধাৰয়।
মধ্যমে পুৰুষ শত জানা নিস্তাৰয় ॥ ৩২০
প্ৰাকৃত ভকতে চাৰি পুৰুষ তাৰয়।
ত্ৰিবিধ ভক্তৰ কথা কহিলো নিশ্চয় ॥

আজ্ঞাঁৰে কৰিব কৰ্ম্ম পুত্ৰ শিষ্য হয়।
ভৃত্যৰ সদৃসে দুয়ো কৰিবে শংসয় ॥ ২৮৯
কৰ্ম্ম কৰিবাক লাগি পুত্ৰ শিষ্য ছয়।
পিতৃক গুৰুক নপাঞ্চিবে মহাশয় ॥
সৰ্ব্বংসেকো কৰিবেক দুগানো ছৱনে।
নৱ বুদ্ধি নকৰিবে পুত্ৰ শিষ্য গনে ॥ ২৯০
পিতৃ গুৰু দুইতো যদি নৱ বুদ্ধি হয়।
পুত্ৰ শিষ্যে ব্ৰহ্ম বধ পাতক পাৱয় ॥
পিতৃতো অধিক মাতৃ কৰিব সেৱন।
মাতৃতো কৰিয়া গুৰু কৰিব পুজন ॥ ২৯১
পিতৃ মাতৃ গুৰু ভাৰ্য্যা পুত্ৰ শিষ্য ছয়।
অনাথ ভগিনি কন্যা পিতৃ পোস্য হয় ॥
গুৰুৰ ভাৰ্য্যাক শিষ্যে পুষিবে লাগয়।
ক্ষেমা কৰিবেক পাইলে সদা দোশ ছয় ॥ ২৯২
তিৰি জাতি বাস্তৱত সুদ্ধ বুলি কয়।
সমস্ততে কৰি প্ৰতি ব্ৰতা সুদ্ধ হয় ॥
পুৰ্ব্বে ব্ৰহ্মা সৰ্ব্ব জাতি এক বিধ কৰি।
শ্ৰজিলেক স্ত্ৰীক পুৰুষক অনুসৰি ॥ ২৯৩
প্ৰকৃতিৰ অংশ জানি বালা নাৰিগণ।
পণ্ডিততো কৰিয়া পবিত্ৰ তপোধন ॥
বৃন্দাদেৱি ধৰ্ম্মকযে জেতিয়া সপিল।
সেহিকালে ব্ৰহ্মাস্ত্ৰীক ত্ৰিবিধ কৰিল ॥ ২৯৪
উত্তম মধ্যাম অধমযে তিনি জাতি।
উত্তমৰ লক্ষণ সুনিয়ো নন্দ আতি ॥
কিচো ধৰ্ম্ম সমে সতি স্বামি বিসয়ত।
সদায়ে কৰয় ভক্তি তেজি আন মত্ত ॥ ২৯৫
প্ৰানান্তিকো অবস স্বামিৰ নকৰয়।
দেৱ দ্বিজ অথিকো সদায়ে পুজয় ॥
ব্ৰত উপবাস কৰে স্বামীক পুজয়।
স্বামী বিনে আন কামনতো নবাঞ্ছয় ॥ ২৯৬
মধ্যমৰ লক্ষনক সুনা মহাসয়।
স্বামি পিতৃ মাতৃ জত্নে সদায়ে ৰাখয় ॥
মনে বাঞ্চা কৰে সদা থাকে কৰি ভয়।
উপপতি পুৰুষক ভজে ন ভজয় ॥ ২৯৭
আনকো ন পাইবে লাগ অৱজৰ নাই।
মনে বাঞ্চা কৰে সদা থাকে কৰি ভয় ॥
এহিমতে সেহিস্ত্ৰীৰ সান্তি ভাৱ হয়।
আপোন ইচ্চায়ে কিচো স্বামীক ভজয় ॥ ২৯৮
সেহি নাৰি কিৰ্ত্তিম মধ্যম মহাসয়।
অধম লক্ষন পিতৃ শুনিয়ো নিৰ্চ্ছয় ॥
অসন্ত বসত জাত দুষ্টা তাইৰ মতি।
অধৰ্ম্মত সদাৰতি পৰম অসতি ॥ ২৯৯
দুৰ্ম্মুখি কন্দল সদা কৰিয়া থাকয়।
স্বামীকো সদাই দুষ্টা ভৰ্চ্চনা কৰয় ॥
সৰ্ব্বদাত্ৰ উপপতি আশ্ৰয় কৰয়।
আপোন পতিক দুষ্টা দুস্খক দিৱয় ॥ ৩০০
বিষতুল্য স্বামীক দেখয় আপোনাৰ।
সমস্তে কাৰ্য্যত তাই কৰে তিৰস্কাৰ ॥
উপপতি সমে দুস্তা উপাই কৰিয়া।
আপোন স্বামিক বধে জাৰক ভজিয়া ॥ ৩০১
কুলশীল ধৰ্ম্মৱন্ত পৰম মহন্ত।
পণ্ডিত ধৰ্ম্মজ্ঞোঁ নিতি জ্ঞাঁনি মহাশন্ত ॥
হেনয় স্বামীক তেজি জাৰক ভজয়
কামদেৱ সম দুষ্টা জাৰক দেখয় ॥ ৩০২
কটাক্ষ কৰিয়া চাই সদা দুষ্টা নাৰি।
জাৰক চিন্তিয়া থাকে মহা অহঙ্কাৰি ॥
ৰতিত নিপুন যুবা পুৰুষ সুন্দৰ।
কামুকিৰ যোনি ক্লেশ পাৱে নিৰন্তৰ ॥ ৩০৩
আপোন স্বামীক দুষ্টা আহাৰ নেদয়।
বিষময় বচনক সদায়ে বোলয় ॥
দুস্টা নাৰী সৰ্ব্ব দাএ অধৰ্ম্ম কৰয়।
উপপতি সমে হৰ্ষ কৰিয়া থাকয় ॥ ৩০৪
গুৰু সবে যদি তাইক পশিয়া থাকয়।
সতেক পুৰুষে যদি প্ৰবন্ধে ৰাখয়

ব্ৰাহ্মনৰ কথা পিতৃ শুনা আত পৰ।
ব্ৰহ্মাণ্ডৰ অৰ্থচয় জানে ব্ৰহ্মা হৰ॥ ৩২১
অনন্তো জানয় ব্ৰহ্মাণ্ডৰ বিৰছন।
সনত কুমাৰ ধৰ্ম্ম নৰ নাৰায়ণ॥
কপিল গনেশ লক্ষ্মি দেবি সৰস্বতি।
চাৰিবেদ বেদমাতা জানয় পাৰ্ব্বতি॥ ৩২২
ৰাধা দেবি জানে ব্ৰহ্মাণ্ডৰ অৰ্থছয়।
মোৰ ভক্ত সবে জানে ব্ৰহ্মাণ্ড যে নয়॥
মুনিগনো দেৱগনো কিঞ্চিত জানয়।
অন্য জনে নজানয় ব্ৰহ্মাণ্ড যে নয়॥ ৩২৩
আত্মা বস্তু নিত্য জানিবাহা মহাশয়।
আত্মাৰ স্বদৃশে দষো দিসে নিত্য হয়॥
প্ৰকৃতিৰ মধ্যে ৰাধা নিত্য জানিবাহা।
বিশ্বৰ গোলোক যিতো তাহাঙ্কে মানিবা॥ ৩২৪
মোহোৰ গোলোক নিত্য জানা নন্দৰাই।
বৈকুণ্ঠক নিত্য জানিবাহা সমুদাই॥
শুনা সমাজিক সব কৃষ্ণৰ চৰিত্ৰ।
শ্ৰৱন মাত্ৰকে কৰে পৰম পবিত্ৰ॥ ৩২৫
সমস্তে অনিত্য জানি ভজা ভগৱন্ত।
দেহ গেহ পুত্ৰ ভাৰ্য্যা কেৱলে অসন্ত॥
মনত বিচাৰি চাহা কেৱলে আসয়।
আগতে মৰয় দেখি আছা নৰচয়॥ ৩২৬
হেন জানি কৃষ্ণৰ চৰনে দিয়া চিত্ত।
বিচাৰি চাহিয়া সাধা পৰলোক হিত॥
কৃষ্ণৰ চৰন বিনে নাহিকয় সাৰ।
ভক্তি কৰি তোৰা নৰ সংসাৰৰ পাৰ॥ ৩২৭
পাতক চাড়োক ডাকি বোলা কৃষ্ণ নাম।
সংসাৰ নিস্তাৰ কৰি বোলা ৰাম ৰাম॥

---

## দোলড়ি॥

একদিনা আসি গোলোকত থাকি
ৰাসৰ মণ্ডল সাৰ।
ৰাসকুড়া কৰি ৰাধিকা সুন্দৰি
সই সমে আছা আৰ॥ ৩২৮
কৱৰিৰ ভাৰ মালা জাতিস্কাৰ
শোভে তাত আতিশয়।
মেঘ পংক্তিসমে বিযুতিকা যেন
তাহাত আতি সোভয়॥
বিন্দু সিন্দুৰৰ বিন্দু ছন্দনৰ
কস্তুৰিৰ বিন্দুছয়।
কেসৰ কৌসলে তাৰ অধোক্ষনে
প্ৰকাশিত আতিসয়॥ ৩২৯
ছাৰু গণ্ডযুগে ৰত্নৰ কুণ্ডলে
আতিসয় উজ্জলিত।
কুস্কুম আলতা কস্তুৰি সহিতে
চন্দনে পত্ৰৰ চিত॥
শোভন কপোলে আতিসয় জলে
ছিত্ৰৰ আতি বিছিত্ৰ।
যেন গৰুৰৰ ঠোঁঠ মনুষ্যৰ
নাসায়ে আতি শোভিত॥ ৩৩০
গজিন্দ্ৰৰ গণ্ড সমস্ত নভাৰ
অলঙ্কাৰে প্ৰকাশয়।
মুক্তা আভৰন কৰয় ভুসন
মুক্তা পান্তি দান্তছয়॥
পকা বিম্বফল অধৰ ৰাতুল
হাসা আতি মানুহৰ।
শৰত কালৰ পুৰ্ণ ছন্দ্ৰমাকো
নিন্দেমুখ ৰুচিকৰ॥ ৩৩১

পদ্মেঁ পত্ৰ নিন্দে দুতয় লোছনে
শোভে আতি মনোহৰে।
কৃষ্ণসাৰ মৃগ নয়ন সুন্দৰ
তান ছক্ষু নিন্দা কৰে॥
ৰত্নে বিৰছিত কেয়ুৰ যুগলে
ভুজ দুই প্ৰকাশিত।
ৰত্নৰ কঙ্কণ প্ৰকাশে সোভন
হস্তত আতি ৰঞ্জিঁত॥ ৩৩২
ৰত্নৰ আঙ্গুষ্ঠি দশো আঙ্গুলিত
ৰাধাৰ কৰৈ শোভিত।
আতি সুদ্ধ ৰত্নে নুপুৰে প্ৰকাশে
চৰনে পদ্মো ৰঞ্জিঁত॥
ৰুনঝুন শব্দ কৰয় নপুৰে
চৰনে আতি ৰঞ্জিঁত।
ৰত্নৰ উঝটি পদ আঙ্গুলিত
কৰে আতি প্ৰকাশিত॥ ৩৩৩
চৰনৰ তলে আলতা শোভয়
দেখিতে আতি শোভিত।
ডম্বৰু কঙ্কালি বতাসতে হালে
মেখলা তাত ৰঞ্জিঁত॥
গজিন্দ্ৰ গমনি আসাৰ কামিনি
ৰমা সান্তি সুৰেস্বৰি।
মুনিন্দ্ৰৰো মন হৰয় তেখন
নাহিকে সম সুন্দৰি॥ ৩৩৪
মোহোক দেখিয়া কটাক্ষ কৰিয়া
উৎসুকে ছাহন্ত ৰাই।
ৰাষ মণ্ডলত মোত অনুৰত
কৃড়িলোহো সমুদাই॥
গৰ্ভৰ ধাৰণ নিমিত্তে ৰাধাক
ৰাধা বোলে সৰ্ব্বজন।
সেহি গৰ্ভ জানা মহা বিপ্ৰো হয়
কহিলো মঞিঁ কাৰণ॥ ৩৩৫

মুল যে প্ৰকৃতি অংশ হৰে যাৰ
জানিবাহা মহাময়।
এহি হেতুতেসে প্ৰকৃতি ঈশ্বৰি
ৰাধাৰ নাম বোলয়॥
সমস্তে কাৰ্য্যত সক্তিৰ কাৰণে
সক্তি নাম ৰাধিকাৰ।
সবাৰে আধাৰ নিমিত্তে বোলয়
সৰ্ব্বাধাৰ নাম সাৰ॥ ৩৩৬
সমস্তৰে দেহ ৰূপক ধৰয়
ৰাধা দেবী জানা সাৰ।
সৰ্ব্ব ৰূপ নাম এতেকে বোলয়
জানিবাহা ৰাধিকাৰ॥
সমস্তে মঙ্গল সুখক দিৱয়
যিহেতু ৰাধা নিশ্চয়।
এতেকেসে তান সৰ্ব্ব সুমঙ্গল
নাম ভৈলা মহাশয়॥ ৩৩৭
বৈকুণ্ঠ লোকত মহালক্ষ্মী নাম
মুৰ্ত্তি ভেদে সৰস্বতী।
বেদক প্ৰসৰ কৰিবাক পদে
বেদমাতা ৰাধাসতি॥
সাবিত্ৰী যে নাম ৰাধাৰ ভৈলেক
সাৱত্ৰী যে নাম আৰ।
তৃজগতে ধাতৃ নামক বোলয়
জানা নন্দ ৰাধীকাৰ॥ ৩৩৮
পুৰ্ব্ব কালে ৰাধা দুৰ্গক গুচাইল
এতেকে দুৰ্গা বোলয়।
ৰাধা ভগৱতি দক্ষ্য কন্যা মতি
তান নাম মহাশয়॥
পৰ্ব্বত দুহিতা পাৰ্ব্বতী অযানা
ৰাধীকায়ে হুয়া ছয়।
সমস্তে আধাৰ ৰূপ ৰাধীকাৰ
জানা নন্দ মহাশয়॥ ৩৩৯

কলা ৰূপে ৰাধা দেবি ভগৱতি
হুয়াছয় বসুমতি।
কলায়ে তুলসি কলা গঙ্গা দেবি
কলা ৰূপ সৰ্ব্বসতি ॥
যিতো শক্তি সমে শৃষ্টি কৰো আমি
পুনু পুনু নন্দৰাই।
ৰাসৰ মধ্যত ৰাধা সমে মঞিঁ
ক্ৰুড়িলোহো সমুদাই ॥ ৩৪০
অদভুত ক্ৰুড়া আতি ৰুছিকৰ
কৌতুক মনে বিস্তৰ।
ব্ৰহ্মাৰ বৰিষ শত গৈল তাত
কৰিলোঁ মই শৃঙ্গাৰ ॥
সিটো গোলোকত ৰাস মণ্ডলত
দুইৰো দেহে ঘৰ্ম্মছয়।
শ্ৰমিল বিস্তৰ ভৈল সৰোবৰ
ঘৰ্ম্ম ৰাশি মহাশয় ॥ ৩৪১
তৈৰ পৰা আসি পৰি ঘৰ্ম্ম ৰাশি
মহাবেগে ভয়ঙ্কৰ।
বিস্ব গোলোকত পৰি ঘৰ্ম্মযত
পুৰ্ব্বকালে ব্ৰযেশ্বৰ ॥
জলপুৰ্ণ ভৈলা ব্ৰহ্মাণ্ড গোলোক
সবে শৃষ্টি নস্ত গৈল।
শৃঙ্গাৰৰ অন্তে ৰাধীকাৰ গৰ্ভে
গৰ্ভধান মহা কৈল ॥ ৩৪২
সেহি ৰাধা দেবী গৰ্ভক ধৰিল
ব্ৰহ্মাৰ বৎসৰ শত।
শতেক বৎসৰ অন্তৰে ৰাধিকা
প্ৰসৱ ভৈল কালত ॥
ডিম্বঁ ভয়ঙ্কৰ অদভুত দেখি
বিসাদ কৰিলা আতি।
সোক গুৰুতৰ কান্দিলা বিস্তৰ
পাছে ৰাধা ভগৱতি ॥ ৩৪২

ডিম্বাক দেখিয়া কোপক কৰিয়া
পদে অনাদৰ কৰি।
বিশ্ব গোলোকক তাহাক অধৰু
পেলাইলা ৰাধা সুন্দৰি ॥
সেহি ডিমা গোট ঘৰ্ম্ম জলে পাত
মহা বিৰাট বোলয়।
ৰাধিকা সুন্দৰি অনাদৰ কৰি
মোৰ পুত্ৰক তেজয় ॥ ৩৪৩
পুৰ্ব্বৰ কালত অপত্য জনক
মঞিঁ দেখি পৰি বাৰ।
ৰাধিকাক প্ৰতি সাপ দিলো আমি
অপুত্ৰিনি হোৱা আৰ ॥
পূৰ্ব্বৰ কালত মোহোৰ সাপত
অনপত্য ৰাধা সতি।
পুৰ্ন্ন ৰূপ চাৰি অপুত্ৰিনি ৰাধা
দুৰ্গা লক্ষ্মী সৰস্বতি ॥ ৩৪৪
একলা প্ৰকৃতি ৰূপ ভেদে চাৰি
ৰাধা লক্ষ্মিঁ সৰস্বতী।
ভৈল অপুত্ৰিনি চাৰিয়ো কামিনি
দক্ষ কন্যা দুৰ্গা সতি ॥
আনো দেৱতাৰ সুন্দৰি যতেক
সবে ভৈলা অপুত্ৰিনি।
অংস কলা যিতো ভৈলা ৰাধিকাৰ
সমস্তে দেৱ কামিনি ॥ ৩৪৫
ৰাধিকাৰ কলা কলাৰ যি অংশ
সেহি অংশে যিবাজাত।
সবে অপুত্ৰিনী দেৱৰ কামিনী
কহিলো মঞিঁ তোমাত ॥
ঘৰ্ম্ম জলে মোৰ মহা বিৰাটৰ
আধাৰ ভৈলেক জল।
নিজ কৰ্ম্ম বযে জলৰ উপাৰে
প্ৰসবিল মহাবল ॥ ৩৪৬

প্ৰসবৰ অন্তে অমৃত অঙ্গুষ্ঠ
কৰাই লোহো মঞিঁ পান।
মহা বিৰাটৰ যোগৰ বলত
লোম আছে যত মান ॥
লোমৰ প্ৰমান কূপ যত মান
জলে পুৰ্ন্ন হুয়াছয়।
সেহি লোম কুপে ক্ষুদ্ৰ বিৰাটৰ
জনম ধৰি থাকয় ॥ ৩৪৭
খুদ্ৰ বিৰাটৰ নাভি পদ্মঁ হন্তে
সহশ্ৰ পাত্ৰ কমল।
সেহি কমলত ব্ৰহ্মা জাত ভৈল
জানিবাহা মহাবল ॥
পদ্মঁত বসিয়া চিন্তাতুৰ হুয়া
পাছে ব্ৰহ্মা প্ৰজাপতি।
কৈৰ পৰা জন্ম মোহোৰ ভৈলেক
বিছাৰয় মহামতি ॥ ৩৪৮
কোন বাপমাৱ কোন বা বান্ধৱ
হেনকৰে বিমৰিষ।
উগুল থুগুল মনত ব্ৰহ্মাৰ
নপাৰে একো উদিশ ॥
দিব্য তিনি লক্ষ বৎসৰে বিছাৰ
কৰিল পদ্মোঁতস্তত।
বিচাৰি নপাই পুনু ব্ৰহ্মা পাছে
বষিল আসি পদ্মোত ॥ ৩৪৯
তাত অনন্তৰে পক্ষ লক্ষ দণ্ড
মোহোক মনে স্মৰিল।
সেহি কালে মঞিঁ সিদ্ধমন্ত্ৰ দিলো
কমলে ব্ৰহ্মা জপিল ॥
সংগীত নিয়মে ব্ৰহ্মা সুদ্ধ হুয়া
দিব্য বৰ্ষ লক্ষসাত।
জপি মোৰ মন্ত্ৰ বৰক লভিলা
মোৰ পৰা সিবেলাত ॥ ৩৫০

বড় পায়া পাছে শৃষ্টিক
অতিশয় মনোহৰ।
মোহোৰ মায়াত প্ৰতি ব্ৰহ্মাণ্ডত
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ॥
দিগ পাল দস দ্বাদস আদিত্য
একাদষ ৰুদ্ৰ গন।
বসু নৱ গ্ৰহ তিনি কোটি দেৱ
ব্ৰাহ্মন ক্ষেত্ৰিয় জন ॥ ৩৫১
বৈস্য সুদ্ৰ যক্ষ ৰাক্ষস পিসাছ
ভুত আদি নিৰন্তৰ।
গন্ধৰ্ব্ব কিন্নৰ আদি নিৰন্তৰ
সৱে জীৱ চৰাচৰ ॥
বিস্বে বিস্বে নিৰ্ম্মি সাত সাত স্বৰ্গ
সাত দ্বিপ মনোহৰ।
সাগৰৰো সাত নিৰ্ম্মিলা আছয়
কাঞ্চন ভুমি ৰুচিৰ ॥ ৩৫২
তাত অনন্তৰে লোকালোক থল
মহাঘোৰ অন্ধকাৰ।
পাতালৰো সাত ব্ৰহ্মাণ্ড ভিতৰে
চন্দ্ৰ সুৰ্য্য দুইসাৰ ॥
পুন্যক্ষেত্ৰ যত ভাৰত বৰিষ
গঙ্গা আদি তীৰ্থ ছয়।
ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত সমস্তো আছয়
জানিবাহা সমস্তয় ॥ ৩৫৩
জিবা পড়িমিত লোম মহন্তৰ
শুনিয়োক নন্দৰাজ।
সেহি পড়িমিত ব্ৰহ্মাণ্ডৰ সংখ্যা
কইলো আমি নাহি ৰাজ ॥
বিস্বৰ উপৰি বৈকুণ্ঠ আছয়
জানা নন্দ নিৰাশ্ৰয়।
মোহৰ ইচ্ছায়ে নিৰ্ম্মি আছো মঞিঁ
বেদো কইবে নপাড়য় ॥ ৩৫৪

ভকতৰ স্থান কুযোগিবো নহে
জানানন্দ মহাসয়।
বৈকুণ্ঠ উপড়ি গোলোক আছয়
সিতো স্থান নিৰাশ্ৰয় ॥
পঞ্চাসত কোটি যোজন উপৰে
বৈকুণ্ঠৰ পৰা হয়।
বায়ু আছে ধৰি নাহি জাক সৰি
সিতো স্থান নিৰাশ্ৰয় ॥ ৩৫৫
মোহোৰ ইচায়ে নিত্য ৰূপ ধৰি
নিৰ্ম্মি আছো স্থান খান।
অতিসয় ৰম্য পৰম বিচিত্ৰ
নাহিকে যাৰ সমান ॥
শুনা সমাজিক কৃষ্ণৰ চৰিত্ৰ
জন্ম কৰ্ম্ম মহন্তৰ।
ব্ৰহ্মাণ্ড বচন আপুন্ন্য আক্যান
অগনি যেন পাপৰ ॥ ৩৫৬
নিস্কপট কৰি কৃষ্ণক স্মৰি
তেজি অন্য এৰ কাম।
সমস্তোকে চাড়ি ভজিয়ো দৈত্যাৰি
মুখে বোলা ৰাম ৰাম ॥

---

ছবি
## গোলোক বৰ্ণন।

ভগৱন্ত নিগদতি সুনানন্দ মহামতি
গোলোক বৰ্ন্নন কথা সাৰ।
আতিসয় ৰম্য স্থান যাত পৰে নাহি আন
উপমাকো নাহি কয় আৰ ॥ ৩৫৭
শত শৃঙ্গ গিৰিবৰে বেৰি আছে নিৰন্তৰ
পুন্য বৃন্দাবন আছে তাত।
ৰাষৰ মণ্ডল নাম কৃড়া স্থান অনুপাম
বিৰজায়ি আছয় তপাত ॥
কোটি যোজন প্ৰস্তে বিস্তাৰতো সেহিমান
দীৰ্ঘে সত গুণ বিৰজাৰ।
বিৰজাৰ দুই পাৰ হিৰাৰত্নে জাতিস্কাৰ
মানিকে সোভিত আতিসাৰ ॥ ৩৫৮
অসংক্ষাত মনিময় কৌস্তুভ আছয় তয়
দুই পাৰে গৃহ প্ৰকাসয়।
ৰত্ন বিৰচিত তাত গৃহ শোভে অসংক্ষাত
অদভুত গড়ে বেছি ছয় ॥
পুস্পবাৰি অসংক্ষাত কামধেনু সবেতাত
কল্পবৃক্ষে শোভিয়া আছয়।
পুস্প সোভে পাৰিজাত অসংক্ষাত আছে তাত
সৰোবৰ সবে প্ৰকাসয় ॥ ৩৫৯
পুস্পবাৰি অসংক্ষাত ফুলিপুস্প আছে তাত
তিনি কোটি গৃহ প্ৰকাশয়।
ৰাষৰ মণ্ডল সাৰ ৰত্নময় গৃহতাৰ
গোপ গোপি বেড়িয়া আছয় ॥
ৰত্নৰ প্ৰদীপছয় তাতে শোভা কৰিছয়
পুস্পসয্যা সমন্নিত তাত।
মন্দাৰ অসোক আদি আছয় অনেক বৃক্ষ
ফুলি আছে তাহাত সাখাত ॥ ৩৬০
সুগন্ধি চন্দন গন্ধে কস্তুৰি কংকন সমে
আতিসয় কৰে সুগন্ধিত।
ধুপৰ সুৰভি গন্ধে মান্য গনো তাতে সোভে
ৰত্নৰ দৰ্প্পণ মনোনিত ॥
কৃড়াৰ সমস্তে দ্ৰব্য তাম্বুঁল বাষিত জল
মনে বাঞ্ছা কৰয় জাহাক।
যাৰ জিবা বাঞ্ছা যাই তাহাক তাহাতে পাই
নাহি সক্তি কৰিবে সংক্ষাক ॥ ৩৬১
তিনি কোটি ৰাধা দাষি সদায়ে থাকয় ৰাখি
গাত্ৰে সুদ্ধ ৰত্ন আভৰণ।
অগ্নি সুদ্ধ বস্ত্ৰ গন মুক্তাছয় বিতোপন
ৰাষ মণ্ডলত গোপিগন ॥

নখমত্ত গজেন্দ্ৰৰ যলজানা গোপিকাৰ
বেষ্টান কৰিয়া আছেতাত।
নবিন যৌৱন সতি আতিসয় ৰূপৱতি
উপমা নাহিকে তাসম্বাৰ॥ ৩৬২
ইন্দ্ৰৰ বিম্বৰ সম বৰ্ত্তুল আকৃতি ৰম্য
ৰাসৰ মণ্ডল নিৰুপম।
সদাৰত্নে বিৰচিত দশ যোজনৰ পথ
অতিৰম্য কস্তুৰি কুঙ্কুম॥
সুগন্ধি ছন্দনছয় ৰম্যবাম আছেতয়
সুমঙ্গল ঘটেৰে আবৃত।
ফলপল্লৱেৰে যুত দধিলাজা আছে তাত
দুৰ্ব্বাংকুৰ শ্ৰীফলে ৰঞ্জিত॥ ৩৬৩
শ্ৰীৰাম কন্দলিস্তম্ভ অসংখ্যাত মনোৰম
পট সুত্ৰ তাহাত গ্ৰথিত।
চন্দনে পল্লৱে যুত মাল্যৰ সমুহ তাত
ভুশনে কৰয় বিভুসিত॥
ৰতনে ৰচিত ৰম্য সতশৃঙ্গ গিৰিবৰ
কোটিৰ যোজন উশৃতত।
কোটি সুৰ্য্য নোহেসমে গিৰিবৰ নিৰুপম
কিকহিবো তান গুণ যত॥ ৩৬৪
তাৰ দশ গুণ মানে দীৰ্ঘেজানা গিৰিবড়
প্ৰস্থে হোৱে কোটিৰ পঞ্চাঁষ।
সত শৃঙ্গ গিৰিবড় বেঢ়ি আছে গোলোকড়
মনোহৰ গড়ৰ আভাষ॥
তাহাৰ উপৰি ৰম্য বৃন্দাবন অনুপাম
ছন্দনৰ বৃক্ষ অসংখ্যাত।
কল্প বৃক্ষ আদি কৰি ফলে পুষ্পে ভৰি পুৰি
কাম ধেনু গনো আছে তাত॥ ৩৬৫
কুড়া সৰোবৰ তাত পুষ্প বাৰি অসংখ্যাত
ৰম্য ৰত্ন মন্দিৰে সোভয়।
ৰাধা কৃষ্ণ কুড়া স্থান জাবসম নাহি আন
অসংখ্যাত গোপিকা ৰাথয়॥

ৰাতুল আকাৰ স্থান তিনি লক্ষ যোজনৰ
সুললিত নাদ কোকিলৰ।
কোকিল সহিতে তাত গুঞ্জোঁ সন্ধে অসংখ্যাত
অসংখ্য আছয় মধুকৰ॥ ৩৬৬
সেহি বৃন্দাবনে ৰম্য আছয় অক্ষয় বট
যোজন সহশ্ৰ উৰ্দ্ধ হয়।
পথালিয়ে চাৰিগুন ৰাখিথাকে গোপিগন
সৰ্ব্ব বাঞ্চা ফলক দিৱয়॥
তিনিলক্ষ দাষি গনে কুড়াকৰে ৰঙ্গ মনে
আবৰিয়া বটৰ তলত।
বিৰজাবহয় কাছে সুষিতল বাৰ বায়ু
গোপিগনে কুড়য় জলত॥ ৩৬৭
অসংখ্যাত গোপিসমে বৃন্দাবন বিশয়ত
ৰাধা দেবি কুড়াক কৰয়।
সেহি ৰাধা যানা সাৰ সুদামাৰ সাপে পুনু
বৃক ভানু সুত হুয়া ছয়॥
প্ৰানতো অধিক পৃয়া অধি দেবী জানামোৰ
ব্ৰহ্মাদিয়ো যাহাক পুজয়।
ব্ৰহ্মাআদি দেৱগন মুনিন্দ্ৰ সিদ্ধেন্দ্ৰ যত
কায়কষ্টে জাহাক সেবয়॥ ৩৬৮
সিদ্ধিগুন বল বৃদ্ধি জ্ঞান যোগ বিদ্যা কৰি
সমস্তে প্ৰকাৰে পুজ্য হয়।
মোহোৰ শদৃস ৰাধা জানিবাহা মহাসয়
তৃজগতে বন্দিয়া থাকয়॥
ব্ৰহ্মাণ্ডৰ সমিপত ব্ৰহ্মাণ্ড বৰ্ন্ননা কথা
কহিলো তোমাত নন্দৰাই।
পুনুৰপি মঞিঁ পিতৃ কহিবোহো কিবা কথা
শুনিবাক তযুশ্ৰদ্ধা জাই॥ ৩৬৯
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰাণৰ কথা
নন্দ কৃষ্ণ সম্বাদতে সাৰ।
চতুৰ অধিক আশী অধ্যায়যে মনোৰম
শুনিহৰে পাতেক নিস্তাৰ॥

দ্বিজ বলো ৰামে বোলে মোৰ মন নাৰায়ণে
থাকিবেক্হা সদায়ে সুমৰি।
এহি কৃপা দিন বন্ধু কৰা কৃপা মোকসিন্ধু
সদায়ে বুলিয়ো ৰাম হৰি ॥ ৩৭০

---

## ভক্ষ্যা-ভক্ষ্য দ্ৰব্য বৰ্ণণ।

পদ।

নন্দ নিগদতি প্ৰভু দেৱ দামোদৰ।
ভক্ষ্যাভক্ষ্য কহিয়োক চাৰিয়ো বৰ্ন্নৰ ॥
সমস্তে প্ৰানিৰ বাপু বিপাক কৰ্ম্মৰ।
কহিয়োক মহাভাগ দেৱ দামোদৰ ॥ ৩৭১
ভগৱন্ত বদতিয়ে ভক্ষ্যাভক্ষ্য যত।
চাৰিয়ো বৰ্ণক কহো শুনিয়ো সাম্প্ৰত॥
বেদৰ বচন নন্দ শুনা মহাশয়।
সাৱধানে শুনিয়োক কহিবো নিৰ্ন্নয় ॥ ৩৭২
লোহাৰ পাত্ৰত পান নকৰিয়ো আয।
ভ্ৰষ্ট দ্ৰব্য মধুগুৰ নাৰিকল্ল ৰষ ॥
সিদ্ধ অন্ন ব্যঞ্জনাদি ফলমুল যত।
সমস্তে অভক্ষ্য মুনি গনেৰ সম্মত ॥ ৩৭৩
দুগ্ধ অন্ন সেৱিবক অভক্ষ্য নিশ্চয়।
ব্ৰহ্মাৰো সন্মত জানিবাহা মহাসয় ॥
নাৰিকল জলকাংস্য পাত্ৰত নিশ্চয়।
তাম্ৰ পাত্ৰ স্থিত মধু অপেয়া হোৱয় ॥ ৩৭৪
তাম্ৰ পাত্ৰ স্থিত গব্য নিসিদ্ধ হোৱয়।
ঘৃতক বৰ্জ্জিয়া গৰ্ব্ব মদ্য সম হয় ॥
তাম্ৰ পাত্ৰ স্থিত পান কৰে পায়সক।
ভোজন কৰয় যিতো উশৃষ্টে ঘৃতক ॥ ৩৭৫
দুগ্ধ সমে লোৱনক কৰয় ভোজন।
সত্যে সিতো জনে কৰে গোমাংস ভোজন ॥
মধু মিশ্ৰ লবনকো অভক্ষ্য হোৱয়।
ঘৃত তৈল্য গুড় মিশ্ৰ অভক্ষ্য নিশ্চয় ॥ ৩৭৬
আদায়ে সহিতে গুৰ অভক্ষ্য হোৱয়।
পিণ্ড শেষ জলকো অভক্ষ্য মহাসয় ॥
মাঘমাসে মুলকক মৃতিকা শয়নে।
শিষ্ট জনে ত্যাগ কৰে বেদৰ বচনে ॥ ৩৭৭
দুইবাৰ ভোজন নিসিদ্ধ দিবসত।
নিসিদ্ধ হোৱয় জানা সন্ধ্যাৰ কালত॥
ৰাত্ৰি সেষ প্ৰহৰত কৰিবেক ত্যাগ।
অশুচি অন্নক তেজিবেক মহাভাগ ॥ ৩৭৮
পানীয় পায়স চূৰ্ন্ন ঘৃত লৱনক।
লবনিত ক্ষিৰ মধু স্বস্তিক তক্ৰক ॥
পৃষ্টৰ্যে পড়াহন্তে গ্ৰহন কৰয়।
গো মাংস সদৃশ সিতো অভক্ষ হোৱয় ॥ ৩৭৯
ৰূপৰ পাত্ৰত কৰ্পূৰক যিতো খাই।
সেহি কৰ্পূৰক জানা নিসিদ্ধ হোৱয় ॥
অন্ন পৰিবেসনক যিজনে কৰয়।
অন্তে পৃষ্ট ভৈলে অন্ন অভক্ষ্য নিশ্চয় ॥ ৩৮০
নৈ নগৰ বৰাহ মহিষ সৰ্প ছয়।
মাৰ্জাৰ শৃগাল উট গৰ্দভ যিহয় ॥
সিংহ ব্যাঘ্ৰ কুকুৰৰ জিবা মাংস ছয়।
সদায়ে মনুস্য মাংস অভক্ষ্য হোৱয় ॥ ৩৮১
সুদ্ধ ঘৰিআল জলজন্তুৰ মধ্যত।
মণ্ডুক কোকোৰা কেচু আদি কৰি যত ॥
গোৰ মাংস ছৰঁৰি পশুৰ মাংস ছয়।
চাৰিয়ো জাতিৰ সবে অভক্ষ্য নিৰ্চ্চয় ॥ ৩৮২
হস্তি ঘোৰা মনুষ্যৰ জিবা মাংস হয়।
অভক্ষ্য তাহাৰো মাংস তেজিবে নিশ্চয় ॥
লোকে বেদ নিসিদ্ধ কৰয় মাংস যাৰ।
তাহাকো তেজিব নৰে কৰিয়া বিচাৰ ॥ ৩৮৩
ডাহ মহ মাখি পিপিলিকা পোক ছয়।
অভক্ষ্য জানিয়া বৰ্জ্জিবেক নৰ ছয় ॥

বানৰ ভালুক সৰভৰ মাংস ছয়।
মৃগ নাভি তাৰ মাংস অভক্ষ্য নিশ্চয় ॥ ৩৮৪
দধি দুগ্ধ ঘৃত তক্র জানা মতিবৰ।
স্বস্তিকো অভক্ষ্য নবনিত ব্রাহ্মনৰ ॥
উচ্চৈশ্রবা মাংস দুগ্ধ আদি কৰি যত।
চাৰি জাতি নভক্ষিব বেদৰ সম্মত ॥ ৩৮৫
ৰবি বাসৰত আদ্রকক মহাসয়।
চাৰি জাতি বর্জ্জিবেক অভক্ষ নিশ্চয় ॥
পর্য্যাসিত জল অন্ন দুগ্ধ ব্রাহ্মনৰ।
নকৰিব ভক্ষ্য নজানিবা ব্রজেশ্বৰ ॥ ৩৮৬
চাৰি জাতি অবিচাৰ অন্নক নিশ্চয়।
নুভুঞ্জিব সুৰাতুল্য জানা মহাসয় ॥
গো মাংসতো কৰি চাৰ অবিচাৰ অন্ন।
কদাছিতো নুভুঞ্জিব ব্রাহ্মন সজ্জন ॥ ৩৮৭
যদি ভুঞ্জি তাৰ দেৱ পিতৃৰ পুজন।
সমস্তে নিস্ফল হোৱে জানা তপোধন ॥
ব্রাহ্মন বৈষ্ণবে মৎস্য মাংস নুভুঞ্জিব।
অন্য জনে পাঞ্চ পর্ব্ব সদায়ে তেজিব ॥ ৩৮৮
দেৱ পিতৃ অৱশিষ্ট মৎস্য মাংস ছয়।
ভুঞ্জিবেক চাৰি জাতি দোস নাহিকয় ॥
পঞ্চপর্ব্বে সমস্তে তেজিব মাংস ছয়।
ব্রাহ্মনক দিলে মাংস পবিত্র হৱয় ॥ ৩৮৯
অসংস্কৃত তৈল লবনযে যদি হয়।
তাহাক তেজিবে শিষ্টে কৰিবা সংসয় ॥
অগ্নিত সংস্কৃত তৈল ব্যঞ্জন লবন।
সমস্তে ভুঞ্জোক তাক পবিত্র কৰন ॥ ৩৯০
একহাতে ঘৃত তৈল জিজনে আনয়।
সেহি ঘৃত জানা সিতো অভক্ষ হৱয় ॥
কৃমি যুক্ত যিতো দ্রব্য দেখে যিতো হয়।
ব্রাহ্মনে বৈষ্ণবে সদা অভক্ষ্য হোৱয় ॥ ৩৯১
যতি ব্রহ্মচাৰী ভক্তে হৰিক নেদিয়া।
কদাচিতো নুভূঞ্জিব অভক্ষ জানিয়া ॥
পিপিলিকা মধুমিশ্র গব্য গুৰ ছয়।
জিবা আনো দ্রব্য পিপিলিকা মিশ্র হয় ॥ ৩৯২
অভক্ষ জানিয়া তেজিবাক মহাসয়।
বেদ সাস্ত্র গনে আক কহিয়া আছয় ॥
পক্ষি ভক্ষ কীট ভক্ষ দুগ্ধ ফল ছয়।
কাক ভক্ষ সমস্তে অভক্ষ মহাসয় ॥ ৩৯৩
ঘৃত পক্ক তৈল পক্ক মিষ্ট অন্ন ছয়।
সুদ্রৰ সকৃত ভৈলে অভক্ষ নিশ্চয় ॥
সুদ্র ভ্রষ্ট পিষ্টককো অভক্ষ হোৱয়।
অন্নজল অস্তছিৰে তেজিব নিছয় ॥ ৩৯৪
অসৌচৰ পৰদিনে শুদ্ধ যেন হয়।
সাস্ত্রৰ নিসিদ্ধ যিতো তেজিবে লাগয় ॥
জথা জ্ঞানে ভক্ষাভক্ষ কহিলো তোমাত।
কর্ম্ম বিপাকক ময়ি কহিবো সাক্ষাত ॥ ৩৯৫
ক্রমে চাৰিবেদে কহি আছে চাৰিমত।
সবাৰে সাৰাংস মই কহো স্বৰুপত।
পৰম দুস্কৰ মত সমস্তে বেদৰ ॥ ৩৯৬
তোমাৰ আগত কাহা সুনা আতপৰ ॥
ভোগ বিনে কর্ম্মজানা নুহি কয় ক্ষয়।
শত কোতি কল্প মানে তাতো নুগুছয় ॥ ৩৯৭
সুভাসুভ কর্ম্মফল জানা মহাসয়।
অৱস্যে ভুঞ্জিবে লাগে নাহিক সংসয় ॥
দেৱ তীর্থ কায় কৃত ক্লেশ গুৰুতৰ।
কিঞ্চিত সত্কার্য্য হৰে জানা মনুস্যৰ ॥ ৩৯৮
প্রায়ছিত্ত আছৰিবে নন্দ মহাসয়।
মোত পৰামৃত ভৈলে নিস্পাপ নহয় ॥
যদি সবো সুৰা ভাণ্ড সুদ্ধি নকৰয়।
সেহিমতে প্রায় চিত্ত বিমুখ জি হয় ॥ ৩৯৯
সুৰাৰ ভাণ্ডক যদি পখালে নদিত।
তথাপি পাত্রৰ সুদ্ধি নহে কদাছিত ॥
প্রয়ছিত্ত পুন্য নহে সুদ্ধি মনুস্যৰ।
দান যোগ পুন্য ছয় আৰম্ভ কর্ম্মৰ ॥ ৪০০

সুভা সুভ কৰ্ম্ম ছয় মনুস্যে কৰয়।
ভোগ বিনে কদাছিতো তাৰ নাহি ক্ষয়॥
ভোগ কৰি স্থদ্ধি হয়ে পাপৰ পুন্যৰ।
তেবেসে মুকুতি হয়ে জানা মনুস্যৰ॥ ৪০১
সুকৃত কৰ্ম্মৰে নষ্ট দুষকৃত নোহয়।
দুস্কৃতৰে সুকৃতকো নস্ত নকৰয়॥
যজ্ঞ তপ অন্ন সম ব্ৰত দান যত।
তির্থ স্নান মহা দান কৰয় সতত॥ ৪০২
নিয়ম সংযম যপ ভুমি প্ৰদক্ষিন।
উপদেশ নৰে কৰে পুৰাণ শ্ৰৱণ॥
গুৰুক পুজয় দেৱতিক পুজাকৰে।
তির্থক পুজয় নিতে স্বধৰ্ম্ম আছৰে॥ ৪০৩
ব্ৰাহ্মনক সুদ্ধ ভাৱে কৰয় পুজন।
সবাতে বিসেষ বিপ্ৰ কৰায়ে ভোজন॥
জিবা দ্ৰব্য দিয়ে সুদ্ধে ব্ৰাহ্মনক লাগি।
তাক পুৰ্ন্নৰূপে পাই সিতো মহাভাগি॥ ৪০৪
বিজৰূপ তাৰ দান জানা মহাসয়।
ক্ষেত্ৰৰূপ ব্ৰাহ্মনক বুজিবা নিশ্চয়॥
এহিসব কৰ্ম্ম কৰি স্বৰ্গক লভয়।
কৰ্ম্মৰে মোখ্যক জানা পিতৃ নপাৱয়॥ ৪০৫
সকাম কৰিয়া যদি মোহোক সেৱয়।
সেহি সেবনতো মুকুতিক নপাৱয়॥
সুকৃত কৰ্ম্মক কৰি স্বৰ্গে চলি জাই।
দুস্কৃতি কৰ্ম্মেৰে নৰকত লয়ে ঠাই॥ ৪০৬
দুস্কৃত কৰ্ম্মেৰে দেহে ব্যাধি হোৱে জাত।
কুছিত জোনিত জন্ম ধৰয় সাক্ষাত॥
কুৎসিত যোনিত পুনু পুনু জন্ম হয়।
পৰে দ্বিজ ঘৰে জন্মি সিদ্ধিক লভয়॥ ৪০৭
ব্ৰাহ্মনৰ গোষে যিতো জানিয়া মাৰয়।
উপপাতক যে নাম তাহাৰ হোৱয়॥
দন্দ সুক নৰকক সিজনে লভয়।
গোৰ লোম সম বৰ্ষ ভুঞ্জিঁবে লাগয়॥ ৪০৮
মহা সৰ্প গনে তাক সদায়ে ভুঞ্জয়।
বিস জালে সিতো পাপি মাৰিয়া জিৱয়॥
ক্ষুধা তৃষ্ণা তুস্ট হুয়া সদায়ে থাকয়।
নিৰাহাৰ কুষোদৰে বাথিত হোৱয়॥ ৪০৯
গোৰ লোম সমবৰ্ষ নৰক ভুঞ্জয়।
দন্দ সুক হস্তে সিতো পৰতো উঠয়।
গোৰ লোম সম বৰ্ষ গোৰত জন্ময়॥
তাত পাছে কুষ্ঠ যুক্ত চাণ্ডাল হোৱয়। ৪১০
লক্ষ বৰ্ষ চাণ্ডালৰ গৰ্ভত জন্ময়॥
তাত পাছে কুষ্ঠ যুক্ত ব্ৰাহ্মণ হোৱয়।
ব্ৰাহ্মণ লক্ষেক সিতো ভোজন কৰাই॥
ব্যাধি সুন্য সুচি তেবে হোৱে নন্দৰাই। ৪১১
অজ্ঞানত অৰ্দ্ধকাল ভুঞ্জিঁবে লাগয়।
বিপ্ৰৰ বৰ্ষৰ অৰ্দ্ধ ক্ষেত্ৰয়ে ভুঞ্জয়॥
ক্ষেত্ৰয়ৰ অৰ্দ্ধ বৰ্ষ বস্যেৱো ভুঞ্জয়।
তাৰ অৰ্দ্ধ কাল শুদ্ৰে ভুঞ্জিঁবে লাগয়॥ ৪১২
গো বধ পাপ চাড়ি জাতিৰ নিশ্চয়
অনুক্ৰমে ভুঞ্জাৱয় নাহিকে সংসয়॥
কিঞ্চিত পাপৰ সেষ ৰোগাদি হৰয়।
তাক ভুঞ্জি প্ৰয়চিত্ত সুদ্ধিক লভয়॥ ৪১৩
অনুকল্পে চতুৰ্থ পাপৰ ভাগ হয়।
তাহাকো ভুঞ্জিঁবে লাগে নাহিকে সংসয়।
ব্ৰাহ্মণৰ গৰু চয় ইতৰে মাৰয়।
চাৰি গুণ সেহি পাপ ভুঞ্জিঁবে লাগয়॥ ৪১৪
ব্ৰাহ্মণ ক্ষেত্ৰিয় বৈস্য সুদ্ৰ জিবা হয়॥
ব্ৰহ্ম বধ পাপ ভোগ কৰিয়া ভুঞ্জয়॥
জ্ঞানতো সম্পুৰ্ণ পাপ অৰ্দ্ধ অজ্ঞানত।
প্ৰায়চিত্ত নৰকৰো হৰে সেহি মত। ৪১৫
পাপ কৰ্ম্মে পুনু পুনু জানা জন্ম হয়॥
ব্যাধিৰ সন্তায় পাপ নাহিকে সংসয়।
গোবধি জত বৰ্ষ গোৰ নৰক ভুঞ্জয়।
অতমান বৰ্ষ গোৰ গৰ্ভত জন্ময়॥ ৪১৬

তাৰ চাৰি গুন বৰ্ষ ব্ৰহ্ম বধি জিতো।
বিস্তা পোক হুয়া থাকে জানিবাহা সিতো॥
সেহি চাৰিগুন বৰ্ষ ম্লেচ্ছত জন্ময়।
পাছে চাৰিগুন বৰ্ষ অৰ্দ্ধ বিপ্ৰ হয়॥ ৪১৭
চাৰি লক্ষ ব্ৰাহ্মনক ভোজন কৰায়ি।
সিদ্ধিক লভয় সিতো জানা নন্দ ৰায়ি॥
স্ত্ৰী বধ পাপ চাৰি জাতি আচৰয়।
অতি পাতেকক জানা তাহাৰ হোৱয়॥ ৪১৮
তিৰি লোম সম বৰ্ষ নৰকে থাকয়।
কাল সুত্ৰ নামে নৰ্ক সি পাপি ভুঞ্জয়॥
নিৰাহাৰ কুসোদৰে হোৱয় বাঁথিত।
তাত কৃমি গনে তাক কৰয় ভক্ষিত॥ ৪১৯
তাত পাছে স্ত্ৰীলোম সমাণ বৰিস।
পোক হুয়া থাকে দু পাৱে আসশ্বাস॥
তাত পাছে সুদ্ৰ গৰ্ভে জনম ধৰয়।
সেহি কৰ্ম্মে জক্ষ্মা ৰোগ তাহাৰো হোৱয়॥ ৪২০
সতেক বৎসৰ সিতো যক্ষ্ম ৰোগি হয়।
বিপ্ৰৰ লক্ষক ভুঞ্জায় সুদ্ধিক লভয়॥
তাত পাছে সুধি হুও ব্ৰাহ্মন হোৱয়।
কিচোকাল অগ্নসেস ৰোগৰ থাকয়॥ ৪২১
তপস্যা নিৰিত দ্বিজ সদায়ে হোৱয়।
স্বৰ্ন্ন দানে সমুলক্ষে দ্বিজৰ শুচয়॥
গৰ্ভ হৰ্ত্তা মহা পাপি জানা নন্দৰাই।
সুচি মুখ নৰকক সিতো চলি জায়। ৪২২
সত বৰ্স ৎক্ষ্ম সস্ত্ৰে কৰয় পিড়িত।
তাত পাছে বৰ্ষসত ঘোটক যোনিত॥
তাত পাছে বৈস্য গৰ্ভে সিতো পাপি জাত।
সেহি কৰ্ম্মে সক্ৰ ৰোগ হোৱয় সাক্ষাত॥ ৪২৩
বৰ্ষচয় ৰোগতাৰ সৰিৰে হোৱয়।
স্বৰ্ন্ন দানে সুচি হুয়া ৰোগ নষ্ট হয়॥
তাত পাছে সন্তকুলে জনম ধৰয়।
নিব্যাধি ব্ৰাহ্মন হুয়া সুচিক লভয়॥ ৪২৪
ব্ৰাহ্মনে বধয় যদি ক্ষেতাৰ জনক।
ৰন বিনে ক্ষেত্ৰিয়ে বধয় ক্ষেতাৰক॥
তপ্ত সুল নামে নৰ্ক সিপাপি ভুঞ্জয়।
বৎসৰ সহস্ৰ সিতো ভুঞ্জিয়া থাকয়॥ ৪২৫
লোহা ভাণ্ডে তপ্ত তৈল্য তাহাক ভাজয়।
বেদনায়ে আৰ্ত্তনাদ কৰিয়া কান্দয়॥
তাত পাছে মত্তগজ হৱে বয় সত।
তাত পাছে সুদ্ৰ জন্ম ধৰয় লোকত॥ ৪২৬
মল মুত্ৰ দ্বাৰে তেজ হোৱয় বেকত।
ৰক্তৰ বিকাৰে থাকে জানা বৰ্ষসত॥
গজদানে সিতো ব্যাধি বিমুকুত হয়।
তাত পাছে শুদ্ধ হুয়া দ্বিজত জন্ময়॥ ৪২৭
বৈস্য বধে বৈস্যকজে সুদ্ৰেয়ো বৈস্যক।
বৈস্যেয়ো বধয় সুদ্ৰ সমান পাতেক॥
ক্ৰিমি কুণ্ড নৰকক জাই সিতোজন।
সত বৰ্ষ নৰ্ক ভুঞ্জে পাপৰ কাৰন॥ ৪২৮
ক্ৰিমি সবে সিতো নৰ্ক তাহাক ভুঞ্জয়।
তাত পাছে কিৰাতত তাৰ জন্ম হয়॥
ক্ৰিমি ব্যাধি জাত হৱে কিৰাত দেহাত।
সত বৰ্ষ ভুঞ্জে দুখ পাৱে নানামত॥ ৪২৯
তাত পাছে ব্ৰাহ্মনৰ গৰ্ভে জাত হয়।
দেহত মন্দাগ্নি ভুঞ্জিবাক নপাৰয়॥
দুৰ্ব্বল সৰিৰ জানা দেহ কৃযোদৰ।
জনম ৰূপৰ নানা দৈন্য ব্ৰাহ্মনৰ॥ ৪৩০
চয় বৰ্ষ পৰ্য্যন্তে দুখৰ নাহি পাৰ।
তিৰ্থ অশ্ব দানে কৰে ব্যাধিৰ নিস্তাৰ॥
দেহত গ্ৰহনী ৰোগ পুৰিস কৰয়।
অশ্বদানে ব্ৰাহ্মনক সুদ্ধিক লভয়॥ ৪৩১
ব্ৰাহ্মনেয়ো কাম কৰি সুদ্ৰক বধয়।
গায়ত্ৰিৰ লক্ষ জপে সুদ্ধিক লভয়॥
অজ্ঞানত তাৰ অৰ্দ্ধ জপ আচৰিব।
বৈস্য বধ নৰকক নহৈবা ভুঞ্জিব॥ ৪৩২

ব্ৰাহ্মনাদি চাৰি জাতি কুকুৰ মাৰয়।
সত বৰ্ষ ৰৌ ৰৌয়া নৰক ভুঞ্জাঁৱয়॥
তাত পাছে সিতো জন কুকুৰ হৱয়।
সোড়স বৎসৰ থাকি বিপ্ৰত জন্ময়॥ ৪৩৩
বিপ্ৰজন্মে তাৰ জানা সুদ্ধিক লভয়।
পুৰ্ব্ব পাপে ব্ৰাহ্মনক কুকুৰে খাৱয়॥
গঙ্গা স্নান স্নান দানে সুধি জানা হয়।
প্ৰাক্তন কৰ্ম্মক কোনে কৰিবেক ক্ষয়॥ ৪৩৪
চাড়ি জাতি মাৰ্য্যাৰক যদিবা মাৰয়।
গঙ্গা স্নান কৰি সিতো সুদ্ধিক লভয়॥
চপল নয়ন ব্ৰাহ্মনক দান কৰি।
তেবেসে পাতেক হন্তে সিজন নিস্তৰি॥ ৪৩৫
ব্ৰাহ্মনাদি চাৰি জাতি সৰ্প্পক মাৰয়।
অসি পত্ৰ নৰকক সি পাপি ভুঞ্জঁয়॥
তিখখ্ ধাৰ অসি পত্ৰে তাহাক ছেদয়।
সতবৰ্ষ নৰকক সি পাপি ভুঞ্জয়॥ ৪৩৬
তাত পাছে পঞ্চ বৰ্ষ সৰ্প্পত জন্ময়।
তাৰন কৰয় নৰ পিড়াত মৰয়॥
তাত পাছে মনুস্যত জনম ধৰয়।
সেহি পাপে জ্বৰ যুক্ত দুৰ্ব্বল হোৱয়॥ ৪৩৭
পঞ্চ বৰ্ষ জৰ ৰোগ ভুঞ্জিঁয়া থাকয়।
তাত পাছে সেহি নৰ বিমুকুত হয়।
চাড়ি জাতি গজ অশ্ব জিপুন ধৰয়॥
দসবৰ্ষ মুত্ৰকুণ্ড নৰক ভুঞ্জাঁয়।
তাত পাছে সিতো পাপি হৱে গজ হয়॥ ৪৩৮
গজ অশ্ব হুয়া থাকে বিংসতি বৎসৰ।
ভোগ কৰি তাত পাছে হোৱে সিতো নৰ॥
হাঙ্ককাড়ি ব্যাধিযুক্ত সিতো নৰ হয়।
ৰজতৰ দানে সিতো নিব্যাধি হৱয়॥ ৪৩৯
ব্ৰাহ্মন সতেক ভুঞ্জাই সিতো সুদ্ধ হয়।
তেবেসে পাপৰ মুল সমুলে গুচয়॥
খুদ্ৰ জন্তু বধে খুদ্ৰ জন্তু সিতো হয়।
বৰ্ষ সত জন্তু হুয়া নিকাৰ ভুঞ্জয়॥ ৪৪০
তাত পাছে সৰ্প হুয়া সুদ্ৰত জন্ময়।
ৰজতৰ দানে সুদ্ধি তাহাৰ হোৱয়॥
উচ্চৈশ্ৰৱা অশ্ব চাড়ি জাতি বধ কৰে।
ব্ৰহ্মবধ চতুৰ্থৰ ভাগ পাৱে নৰে॥ ৪৪১
অসিপত্ৰ নৰকক সিজনে ভুঞ্জঁয়।
সুতিক্ষ্ণ অস্ত্ৰেৰে সিতো চেদিত হোৱয়॥
দিবা নিসা তাক অস্ত্ৰে কৰয় চেদন।
বৰ্ষ সত জাতনা ভুঞ্জয় সিকাৰণ॥ ৪৪২
তাত পাছে বৃক্ষ হোৱে সাখা নাহিকয়।
লক্ষ বৰ্ষ বৃক্ষ হয়া সিপাপী থাকয়॥
তাতপাছে ব্যাধি যুক্ত সিতো সুদ্ৰ হয়।
চিন্ন অঙ্গ হুয়া সিতো নিকাৰ ভুঞ্জঁয়॥ ৪৪৩
জিৱন পৰ্য্যান্তে সিতো ভুঞ্জয় নিকাৰ।
তাতপাছে বিপ্ৰ জন্ম ধৰে পুনৰ্ব্বাৰ॥
এন ব্যাধি হোৱে গাৱে স্নান কৰি দান।
সমস্তে পাতেক তাৰ হোৱয় নিৰ্ব্যান॥ ৪৪৪
মিচা সাখি হোৱে যিতো মুকুত বিকয়।
অথিতিক বধে জিতো বিস্বাস ঘাতয়॥
মিত্ৰক হনন কৰে বিপ্ৰ ধন হৰে।
সুদ্ৰৰ মনক দহে সুদ্ৰ শ্ৰাদ্ধ কৰে॥ ৪৪৫
সুপকাৰ কৰ্ম্ম কৰে ব্ৰাহ্মনে সুদ্ৰৰ।
বৃসক বাহয় সুদ্ৰে জানা ব্ৰজেশ্বৰ॥
আতি পাতেকিয়ো নাস জানা মহাবল।
আৰু দুই আতি পাপি ধাৰক দেৱল॥ ৪৪৬
কুম্ভিপাক নৰকক সমস্তে চলয়।
সহস্ৰ বৎসৰ সিতো নৰক ভুঞ্জয়॥
তাত তপ্ত তৈলে তাক সদায় পোড়য়।
সৰ্প্পৰ আকাৰ জন্তু তাহাক ভক্ষয়॥ ৪৪৭
দিবা নিসা সিতো পাপি কৰয় ক্ৰন্দন।
নানা দুখ চয় ভুঞ্জি থাকে অনুক্ষন॥
কোটিৰ সহস্ৰ সিতো গৃধত জন্ময়।

তাত পাছে সত জন্ম বৰাহত হয়॥ ৪৪৮
সত জন্ম হবে তাৰ কুকুৰ দেহত।
তাত পাছে জন্মধৰে সুদ্ৰৰ গৰ্ভত॥
মহাগ্নি দেহত হবে জ্বৰ আতিসয়।
পঞ্চাস বৰিস সিতো ৰোগক ভুঞ্জয়॥ ৪৪৯
সুবৰ্ন্নৰ সত পাল দিয়া সিতো নৰ।
নিশ্চয় হৰয় সুদ্ধ জানা ব্ৰজেশ্বৰ॥
বস্ত্ৰ সব্য হিৰা মুক্তা ৰজত হৰয়।
জিতো নৰে ভুঞ্জে দ্ৰব্য চোৰক কৰয়॥ ৪৫০
সতবা বাসষ্ঠি কুণ্ড নৰক ভুঞ্জয়।
বৎসৰ সহশ্ৰ পাছে বক জাতি হয়॥
তাত পাছে সিতো হোৱে সুদ্ৰ গৰ্ভে জাত।
সত বৰ্স কুষ্ঠ ব্যাধি হবে তাৰ গাত॥ ৪৫১
সেহি পাপে তাৰ গাৱে গলিয়া থাকয়।
তাত পাছে ব্ৰাহ্মণত তাৰ জন্ম হয়॥
সেহি দেহে অৱসেসে কুষ্ঠৰ থাকয়।
চপল স্বৰ্ন্নৰ দানে নিব্যাধি হোৱয়॥ ৪৫২
আনি কণ্ঠি জল নিয়ে ফল চোৰ কৰে।
নিল দ্ৰব্য চুড়ি কৰি নিয়ে জিতো নৰে॥
সতেক বৎসৰ মানে পক্ষিত জন্ময়।
ভাৰত ভুমিত কৃষ্ন বৰ্ন্ন সুদ্ৰ হয়॥ ৪৫৩
তাত পাছে ব্ৰাহ্মণত জনম ধৰয়।
সেহি জন্মে অধিক কুব্ৰাহ্মনৰ হয়॥
পুনৰপি বিপ্ৰ জন্ম ধৰয় সিজন।
বিপ্ৰক ভুঞ্জাই কৰে পাতেক নিৰ্য্যান॥ ৪৫৪
গন্ধ দ্ৰব্য জিতো জনে চোৰক কৰয়।
নিশ্চয়ে পশুত জন্ম তাহাৰ হোৱয়॥
জাৰ অণ্ড কোষ সদা সুগন্ধ বহয়।
তাৰ নাম কস্তুৰি জানিবা মহাসয়॥ ৪৫৫
সেহি মৃগ গৰ্ভে সাত জনম ধৰয়।
তাত পাছে গন্ধক মৃগত জন্ম হয়॥
এক জন্ম ধৰি পাছে সুদ্ৰত জন্ময়।
গলে কুষ্ট পাপ চিহ্ন তাহাৰ হোৱয়॥ ৪৫৬
ৰোগ অৱসেস কৃষ্ন হোৱয় ব্ৰাহ্মণ।
শ্নান পান চয় দানে ৰোগ বিমোচন॥
ধান জিতো জনে চুৰি কৰিয়া নিয়য়।
জিতো জনে স্নান অপহৰণ কৰয়॥ ৪৫৭
দেহে কুষ্ঠ হোৱে সিতো পতিত হোৱয়।
স্নান দান প্ৰতি গ্ৰাহি জিপুন্ন হোৱয়॥
বিষ্ঠা কুণ্ড নৰকক সিপুন্ন চলয়।
দিবা নিসা সত বৰ্স পুৰিস ভুঞ্জয়॥
ৰক্তদোষ ব্যাধি যুক্ত পাছে সুদ্ৰ হয়॥ ৪৫৮
সেহি জন্মে পাতেক ভুঞ্জয় নিৰন্তৰ।
পুনৰপি জন্ম ধৰে ঘৰে ব্ৰাহ্মনৰ॥
ব্যাধি সেস ৰক্ত দোষ হৰে ব্ৰাহ্মনৰ।
স্বৰ্ন দানে সুদ্ধি হবে সিতো পাতেকৰ॥ ৪৫৯
চাৰিজাতি অগম্যা গমন আচৰয়।
পুৰ্ব্ব উক্ত ৰৌৰৱ নৰক তাৰ হয়॥
কুম্ভিপাক মহাঘোৰ দেখি লাগে ভয়।
অসংখ্যাত বৰ্স পাপি নৰক ভুঞ্জয়॥ ৪৬০
তাত পাছে বেস্যাৰ যোনিত কিট হুই।
সহশ্ৰ বৎসৰ নৰ্ক সিপাপি ভুঞ্জই॥
তাত পাছে বিষ্টা পোক লক্ষবৰ্স হয়।
তাত পাছে পসুগৰ্ভে জন্মিবে লাগয়॥ ৪৬১
তাত পাছে খুদ্ৰ জন্তু সমস্তে হোৱয়।
নানা দুখ ভুঞ্জি সিতো মৰি উপজয়॥
তাত পাছে ম্লেচ জাতি সিপাপি হোৱয়।
তাত পাছে অধম সুদ্ৰত জাত হয়॥ ৪৬২
তাত পাছে জন্ম ধৰে ব্ৰাহ্মনৰ ঘৰে।
ব্যাধিযুক্ত সপুসংক হবে সিতো নৰে॥
পুনুৰপি সিতো পাপি ব্ৰাহ্মন হোৱয়।
তিৰ্থক ভ্ৰমনে সুদ্ধি ক্ৰমে তাৰ হয়॥ ৪৬৩
পাপ ফলে সিতো জন বল হিন হয়।
বিপ্ৰৰ লক্ষেক ভুঞ্জাই পুত্ৰকো লভয়॥

মহাক্ৰোধ ৰূপ জিতো মনুষ্য হোৱয়।
সাত জন্ম গৰ্দ্দভত সিপুনু জন্মায় ॥ ৪৬৪
সদায় কলহ কৰি জিজনে থাকয়।
সত জন্ম বায়সত সিজনে ধৰয় ॥
সালগ্ৰাম প্ৰতি গ্ৰহ জিজনে কৰয়।
কাল মুত্ৰ নৰকক সিজনে ভুঞ্জয় ॥ ৪৬৫
সত বৰ্স নৰ্ক ভুঞ্জি পুঞ্জেঁ বিটা হই।
তাত দ্বিজ জন্ম পায়া সিতো সুদ্ধি হয়ী ॥
লোহা চোৰ কৰি নৰে নিসেস হোৱয়।
মসি চোৰ কৰি ককিলত জন্ম হয় ॥ ৪৬৬
অঞ্জনাক চোৰ কৰি ভাটোক হৱয়।
মিষ্টা দ্ৰব্য চোৰ কৰি কুসিত জন্মায় ॥
গুৰু বিপ্ৰ দুইতো জিতো দ্বেস আচৰয়।
অল্পায়ুস হুয়া পড়ে সিৰ কুসি হয় ॥ ৪৬৫
বেস্যানাড়ি জিতো জনে কৰয় গমন।
চিৰকাল ৰৌ ৰৌয়াক ভুঞ্জয় সিজন ॥
তাত পাছে দেহ কুনি হৱে বৰ্স সত।
মল মুত্ৰ দেহে থাই থাকয় সতত ॥ ৪৬৬
তাত পাছে বিধ আতি যিজন হোৱয়।
জাতি হিন অস্পৃস্যা নাসিকা চেদ হয় ॥
ৰক্ত দ্ৰব্য জিতো নৰে হৰণ কৰয়।
তেজ ব্যাধি তাৰ দেহে নিশ্চয় হোৱয় ॥ ৪৬৭
আচাৰ হিন হুয়া জিপুন্য থাকয়।
পড়ে যবনত জন্ম তাহাৰ হোৱয় ॥
জিতো জনে সৰ্ব্বকালে হিংসাক কৰয়।
সিতো জন্মান্তৰে খঞ্জ নিশ্চজে হোৱয় ॥ ৪৬৮
অদিক্ষিত ভৈলে সিতো বংসৰ হোৱয়।
দুষ্টদসি ভৈলে হৱে কামুক নিশ্চয় ॥
অহঙ্কাৰি ভৈলে হৱে বিছিন কৰ্ন্নৰ।
বেদক নিন্দিলে সিতো হৱে অবধিৰ ॥ ৪৬৯
বাক্য বাধ ভৈলে বোবা সিজন হোৱয়।
হিংসা কৰি পৰ জন্মে কেস হিন হয় ॥

মিচা বাদি ভৈলে শ্ৰুতিহিন তাৰ হয়।
দুৰ্ব্বাক্য বচনে দেহ তাহাৰ নোহয় ॥ ৪৭
সত্য ত্যাগে জিহ্বা হিন হোৱয় তাহাৰ।
দুষ্ট ভৈলে অঙ্গুলি বিহিন আপোনাৰ ॥
জিতো জনে পুথি অপহৰণ কৰয়।
মুৰ্খ হয়া ব্যাধিযুক্ত নিস্চয় হোৱয় ॥ ৪৭১
ঘোটক গ্ৰহন কৰে চোৰ জিবা কৰে।
নানা মুত্ৰ কণ্ড নৰ্ক ভুঞ্জে সিতো নৰে ॥
বৰ্ষ সত নৰকত সিতো থিতি হুই।
আত অনন্তৰে ঘোটকত জন্ম হই ॥ ৪৭২
গজ চোৰ কৰে গজ কৰয় গ্ৰহন।
বিষ্টা কুণ্ড নামে নৰ্ক ভুঞ্জে সিতো জন ॥
বংসৰ সহশ্ৰ ভুঞ্জি হস্তি জন্ম ধৰে।
সুদ্ৰ গৰ্ভে জাত হৱে তাত অনন্তৰে ॥ ৪৭৩
জজ্ঞ বিনে জিতো জনে চাগক বধয়।
চাগ চোৰ কৰে প্ৰতি গ্ৰহক কৰয় ॥
পুঞ্জ কুণ্ড নৰকক সিজনে ভুঞ্জয়।
সত বৰ্ষ ভুঞ্জি চাগ গৰ্ভে জন্ম হয় ॥ ৪৭৪
সত বৰ্ষ জন্মি মনুষ্যত জন্ম হয়।
তাত সক্ৰুগনে তাৰ সিৰক চেদয় ॥
তাত পাছে জন্ম ধৰে ব্ৰাহ্মনৰ ঘৰে।
দ্বিজ জন্মে পুন্য কৰি পাতেক নিস্তৰে ॥ ৪৭৫
স্বদৰ্ত্ত বা পৰ দত্ত জিতো গুচাৱয়।
দিবো বুলি পাছে মোহে জিতো নেদিঅয় ॥
মেস যোনি নৰ্ক সিতো ভুঞ্জিবে লাগয়।
চিৰকালে সিতো নৰ্ক ভুঞ্জিঁয়া থাকয় ॥ ৪৭৬
মিষ্ট দ্ৰব্য জিতোজনে আনক বঞ্চিয়।
আপুনি ভুঞ্জয় নেদি কপট কৰিয়া ॥
সিতোজনে কাল মুত্ৰ নৰক ভুঞ্জয়।
সতবৰ্ষ ভুঞ্জি প্ৰেত সৰিৰ ধৰয় ॥ ৪৭৭
তাত পাছে একজন্ম পক্ষিত হোৱয়।
একজন্ম পিপীলিকা দেহত জন্মায় ॥

তাত পাছে এক জন্ম ভ্ৰমৰাত হয়।
পাছে এক জন্ম মধু মাখিকাত হয়॥ ৪৭৮
তাত পাছে এক জন্মে বানৰ হবয়।
তাত পাছে এক জন্ম ধৰয় তাহাত।
তাত পাছে এক জন্ম ধৰে মযকত॥
তাত পাছে জন্মে এক ধৰয় কুতিত।
তাত পাছ এক জন্মে সন্ধাৰ পোকত॥ ৪৭৯
তাত পাছে সুদ্ৰৰ গৰ্ভত লৰে ঠাই।
মন্দ মন্দি ব্যাধিযুক্ত দ্বিজ হোৱে জাই॥
তৈল চোৰ কৰে জিতো তৈল পোক হয়।
তিনি জন্মে সিৰ পোক সিজন হোৱয়॥ ৪৮০
তাত পাছে স্বৰ্ণকাৰ গৃহত জন্মায়।
একজন্ম দুষ্ট মতি জনম ধৰয়॥
মিচা কৰি জিতোজনে কৰয় কাকত।
আতুৰ জনৰ হৰে দ্ৰব্য ধন জত॥ ৪৮১
তপ্তকুণ্ড নামে নৰ্ক ভুঞ্জেঁ বৰ্সসত।
সুবৰ্ন্ন বানিজ কৰে পাপ হোৱে জত॥
একজন্মে দুৰাচাৰ সিজন হৰয়।
একজন্মে সুবৰ্ন্নক কৰিয়া থাকয়॥ ৪৮২
একজন্ম কায়স্থত জন্মিয়া থাকয়।
নিক্ষেপ স্বৰূপ দন্ত তাৰ নাহিকয়॥
একজন্ম স্বৰ্ণকাৰ এক বানিজাত।
তিনিজন্মো লভে সিতো এক কায়স্থত॥ ৪৮৩
নৰমধ্যে মহা ধূৰ্ত্ত কৃপা নাহিকয়।
পৃথিবিত মহা ধূৰ্ত্ত তিনিয়ো নিচ্ছয়॥
হৃদয়ত খুৰাধাৰা কপট সদাই।
তিনিমধ্যে বোলে সিষ্ট আছে নন্দবাই॥ ৪৮৪
সুবুদ্ধি সাস্ত্ৰজ্ঞ ধৰ্ম্মৰন্ত মনজাৰ।
নিস্কপট সদায়ে কল্যাণ হৰে তাৰ॥
আপুনাৰ কল্যাণক জিজনে বাঞ্চেঁয়ী।
এহি তিনিজাতিত বিশ্বাস নঘটই॥ ৪৮৫
জিতো দুষ্টে সিমা অপহৰণ কৰয়।
হিংসা কৰি ভুমি চুৰি কৰিয়া লৱয়॥
সিমাক ঠেলয় জিতো মন্দ দুৰাসয়।
ভুমি দান তাকো অপহৰণ কৰয়॥ ৪৮৬
কাল সুত্ৰ নামে নৰ্ক সিতো চলিজাই।
সষ্টি বৰ্স সহস্ৰ নৰকে লৱে ঠাই॥
খুধা তৃসা লাগে তাত তথাপি থাকয়।
নানা বেদনাৰে দেহ দগধ হোৱয়॥ ৪৮৭
তাত পাছে সেহিকাল বিষ্টাপোক হয়।
তাত পাছে মন্দ সুদ্ৰ জনম ধৰয়॥
সুদ্ৰজন্ম ধৰি সিতো পাপী একবাৰ।
দুইজন্মে সিতো জন হোৱয় নিস্তাৰ॥ ৪৮৮
এতেকে পণ্ডিতে জত্ন কৰিয়া নিশ্চয়।
দান বিসয়ত সাৱধানে আচৰয়॥
ৰক্তবস্ত্ৰ জিতো অপহৰণ কৰয়।
একজন্ম ৰক্ত কিট গৰ্ভত জন্ময়॥ ৪৮৯
তাত পাছে মনুস্যত তাৰ জন্ম হয়।
মনুস্যো জনম সিতো নিস্তাৰ হোৱয়॥
পীত বস্ত্ৰ জিতো অপহৰণ কৰয়।
একজন্ম সিতো পিত কিটত জন্ময়॥ ৪৯০
তাত পাছে একজন্ম সুদ্ৰৰ গৰ্ভত।
তাত পাছে জন্মধৰে সিতো ব্ৰাহ্মনত॥
তিনি সন্ধ্যা হিন জিতো ব্ৰাহ্মণ হোৱয়।
প্ৰাতসত জিতো নৰে শ্ৰৱন কৰয়॥ ৪৯১
সন্ধ্যাকাল দিবসতো জিনৰ সোৱয়।
জজ্ঞসুত্ৰ জিতো অপহৰণ কৰয়॥
আশুৰি কৰিয়া সন্ধ্যা জিজনে কৰয়।
বেদ বেদঅঙ্গ পিতৃ জিজনে নিন্দয়॥ ৪৯২
তাহাৰ নিসিদ্ধি সুদ্ধি পন্থ মহাসয়।
তিনি জন্মে সিতো দ্বিজ পতিত হোৱয়॥
জিতো সুদ্ৰে ব্ৰাহ্মনিক গমন কৰয়।
কুম্ভিপাক নৰকক সিপাপি ভুঞ্জয়॥ ৪৯৩
তিনি লক্ষ বৎসৰক কুম্ভি নৰকত।

মহাপাপে মহাপিড়া পাৱয় গাৱত ॥
দাৰুন তপত তৈলে তাক দাহ কৰে।
দিন নিসা দাহ তপ্ত পাৱে সিতো নৰে ॥ ৪৯৪
তাত পাছে মহা পাপি কিট জন্ম ধৰে ॥
বেস্যাৰ যোনিৰ কিট হোৱে নিৰন্তৰে ॥
সষ্টি বৰ্স সস্থেয় যোনিত বাস কৰে।
যোনি মল মুত্র সিতো কড়য় আহাৰ ॥ ৪৯৫
তাত পাছে লক্ষ জন্ম চাণ্ডাল হোৱয়।
তাত পাছে এক জন্ম সুদ্ৰত জন্ময় ॥
সেহি সুদ্রগনে কৃষ্ণ চিহ্ন নধড়য়।
তাত পাছে দ্বিজ জন্মে সুদ্ধি তাৰ হয় ॥ ৪৯৬
সেহি জন্মে ব্যাধি সেবা কিঞ্চিত থাকয়।
তিৰ্থত ভ্ৰমনে পাপ সমুলে গুচয় ॥
জিতো নৰে অপবিত্ৰ নৈবেদ্য দিৱয়।
দেৱক কৰিয়া দান সিতো সুদ্ধ হয় ॥ ৪৯৭
কেশ সমে মৃত্তিকাৰো লিঙ্গক কৰয়।
প্ৰাৰ্থিব লিঙ্গক পুজি জবন হোৱয় ॥
খোলাৰে হোৱয় অন্ধ জিজনে কড়য়।
কুচিত কৰিলে সিতো কুচিত হোৱয় ॥ ৪৯৮
অঙ্গ তিন দৰিদ্ৰাতা ব্যাধি যুক্ত হয়।
অগ্ৰধায়ে নিৰ্ম্মি নিৰ্ম্মানৰ ফল পাই ॥
সুদ্ধ মৃত্তিকায়ে ভস্ম বলুকা গোময়।
লিঙ্গকৰি এক গুটি জিজনে পুজয় ॥ ৪৯৯
কল্পৰ অজুত সিতো স্বৰ্গত বঞ্চঁয়।
তাত পাছে সেহি পুণ্যে বিপ্ৰত জন্ময় ॥
পণ্ডিত ব্ৰাহ্মন হুই বহু ভুমি পাই।
মান্য সতকাৰনতে সিতো নন্দবাই ॥ ৫০০
লিঙ্গ সত পুজি বিপ্ৰে ভাৰত বৰ্স্ত।
সিতো বিপ্ৰ ৰাজা হোৱে জানা সিজন্মত ॥
সহশ্ৰ লিঙ্গক পুজি বাঞ্চিঁত পাৱয়।
সুচিৰ কালক সিতো স্বৰ্গত বঞ্চঁয় ॥ ৫০১
অযুত প্ৰজায়ে যিতো নন্দ মহাসয়।
ভাৰত বৰিসে সিতো ৰাজেন্দ্ৰ হোৱয় ॥
লক্ষ সিৱ লিঙ্গ পুজা কড়য় উৰ্চ্চন।
পৃথিবিৰ ইশ্বৰ হোৱয় সিতো জন ॥ ৫০১
শ্ৰদ্ধা অতিৰিক্তে জিতো কড়য় পুজন।
অতিৰিক্ত সুদ্ধফল পাৱে সিতো জন ॥
তিৰ্থ স্নান মহাদান বিপ্ৰক ভোজন।
শ্ৰদ্ধা কৰি নাৰায়ন কড়য় পুজন ॥ ৫০২
স্বকৰ্ম্মে চধৰ্ম্ম কৰি পাপ নাস কৰে।
মোহোক ভজিয়া শ্ৰদ্ধা হৰে আতি নৰে ॥
অতিৰিক্ত তপ কৰি পণ্ডিত হোৱয়।
অনেক জনম তপে ভাৰতে জন্ময় ॥ ৫০৩
জিতেন্দ্ৰিয় বৈষ্ণৱয়ে পণ্ডিত ব্ৰাহ্মন।
অনেক জনম তপে লভে সিতো জন ॥
অনেক জনমে কৰি তপক নিৰ্চ্চয়।
বৈষ্ণৱ ব্ৰাহ্মন ভাৰতত জন্ম হয় ॥ ৫০৪
তান পদে পৰ্সে ভুমি সত্যে পুত্ৰ হয়।
জিৱন্তে মুকুত জিতো বৈষ্ণৱ হোৱয় ॥
তিৰ্থকো পবিত্ৰ কৰে বৈষ্ণৱে নিচ্চয়।
স্বকিয় পুৰুষ সহশ্ৰকো উদ্ধাৰয় ॥ ৫০৫
সিতো বৈষ্ণৱৰ কৰ্ম্ম ভোগ নাহিকয়।
দৰসন মাত্ৰকে পাপ ভস্মোভুত হয় ॥
বেদে কহি আছে আক জানা মহাসয়।
বৈষ্ণৱত পৰে বন্ধু মোৰ নাহিকয় ॥ ৫০৬
পাপ কৰ্ম্মে বৈদ্য দ্বিজ জনম ধৰয়।
দ্বাশ্চীকিচ্চে ৰোগকো চিকিচ্ছা আচৰয় ॥
পৰে সিতো বিপ্ৰ দুশ্চিছকিৰ্চ্চা তাৰহয়।
তিনি জন্মে সৰ্পেতাক দংসিবে লাগয় ॥ ৫০৭
আতি ক্ৰোধি দুৰাচাৰ জিপুৰুষ হোৱয়।
দেৱ ব্ৰাহ্মনক জিতো দেষক কড়য় ॥
সহশ্ৰ বৰিস জিতো সৰ্প জাতি হয়।
লম্পট জনৰ বেস্যা কামিনি হোৱয় ॥ ৫০৮
তাত পাছে কাল সুত্ৰ নৰকে পৰয়।

সতবৰ্স ভুঞ্জি গোধিকাত জন্ম হয়॥
একজন্ম গোধিকাত সি পাপি জন্ময়।
তিনিজন্ম হৰিনিত জন্মিবে লাগয়॥ ৫০৯
একজন্ম মহিসত এক ভালুকত।
তিনিজন্ম শৃগালত এক গণ্ডকত॥
তাত পাছে মনুসাত জনম ধৰয়।
দ্বিজ জন্ম ধৰি সিতো সুদ্ধিক পাৱয়॥ ৫১০
পড়ৰ তড়াগ বিল পুস্কৰিনি চয়।
চুৰি কৰি ডকা দিয়া মস্যক আনয়॥
সিতো তিনি জন্ম নৰ কসাপ হোৱয়।
তাত পাছে সিতো জন সুদ্ধিক লভয়॥ ৫১১
জিতো মসো লভি দ্বিযে ব্ৰেথা মাসংচয়।
আনক নেদিয়া জিতো আপুনি ভুঞ্জয়॥
সিতো দ্বিযে মসাৰ গৰ্ভত জন্ম ধৰে।
মৃগজন্ম ধৰে সিতো তাত অনন্তৰে॥ ৫১২
সহশ্ৰ বৰিস সিতো পাপক ভুঞ্জয়।
কৰ্ম্মভোগ কৰি সিতো বিপ্ৰত জন্ময়॥
একাদসি ব্ৰত জিতো দ্বিযে নকৰয়।
স্বধৰ্ম্মৰ পৰা সিতো পতিত হোৱয়॥ ৫১৩
জিতো জনে একাদসি তিথিত ভুঞ্জয়।
ভক্ষ্যাদি গুণ দানে পাপ সুদ্ধি হয়॥
সৌৰা জন্মাস্তমী দিনে মনুস্যে ভুঞ্জয়।
ত্ৰৈলোক্য যোনিত পাপ ভোজন কৰয়॥
তাত পাছে চাণ্ডালত তাৰ জন্ম হয়॥ ৫১৪
সিৱৰাত্ৰি শ্ৰীৰামৰ নৱমি দিনাত।
উপবাস নকৰিলে পৰে সেহি মত॥
উপবাসি অসমৰ্থ জিজন হৱয়।
হবিস্যান্ন কৰি ভুঞ্জিবেক মহাসয়॥ ৫১৫
তাতোজদি অসমৰ্থ দুৰ্ব্বল হোৱয়।
ব্ৰাহ্মণ অনেক ভুঞ্জাই সিতোসুদ্ধি হয়॥
মোৰ মহোৎসৱ পুন্য নামৰ কিৰ্ত্তনে।
পাতেকৰ পৰা সুদ্ধি হবে সিতো জনে॥ ৫১৬
এতেকে প্ৰজত্ন কৰি নামৰ কিৰ্ত্তনে।
সমস্তে পাতেক নাস কৰে সাধু জনে॥
জিতেজনে আমাবাস্যা নিসাত ভুঞ্জয়।
কোটি এক সহশ্ৰ সগুণ জন্ম হয়॥ ৫১৭
বড়াহত সত জন্ম জন্মিবে লাগয়।
কুকুৰত সত জন্ম জানা তাৰ হয়॥
জিতোজনে দিয়ে গ্ৰহনক নকড়য়।
সংখ চিন্ন নৰ্ক ভুঞ্জি স্মুক জন্ম হয়॥ ৫১৮
জিতো দ্বিজে কৈন্যা বিবাহক নকৰয়।
হংসৰ গৰ্ভত জন্ম তাহাৰ হোৱয়॥
চিত্ৰ বস্ত্ৰ জিতো অপহৰণ কৰয়।
ময়ূৰত তিনিজন্ম তাহাৰ হোৱয়॥ ৫১৯
তৈজস পত্ৰক অপহৰণ কৰয়।
চিৰকাল কৰণ্ডাৰ পক্ষিত জন্ময়॥
দেৱতাৰ প্ৰতিমাক যিতো চৌৰ কৰে।
সাত জন্ম অন্ধ হুয়া থাকে সিতো নৰে॥ ৫২০
মহাব্যাধি হোৱে তাৰ দৰিদ্ৰ হোৱয়।
বোবা কুজা হুয়া সিতো দুস্থক ভুঞ্জয়॥
স্ত্ৰি তৈল্য মৈস্য মাংস ৰবি বাসৰত।
নেতেজয় যিতো জনে পঞ্চজে পৰ্ব্বত॥ ৫২১
বজ্ৰদংষ্ট্ৰ নামে নৰ্ক আতি ভয়ঙ্কৰ।
তাহাক ভুঞ্জায় সিতো নাৰকি পামৰ॥
মহা ত্ৰাসে কান্দে তাৰ দুখ ভয়ঙ্কৰ।
নৰক ভুঞ্জায় সিতো সহস্ৰ বৎসৰ॥ ৫২২
তাত অনন্তৰে জন্ম ধৰয় ম্লেচ্ছত।
তাত পাছে সাত জন্ম ধৰে চাণ্ডালত॥
তাত পাছে ব্যাধিজুক্ত সুদ্ৰ জানা হয়।
পাছে ব্ৰাহ্মনত জন্মি সুদ্ধিক লভয়॥ ৫২৩
অধৰ্ম্মক ভয় যিতো সদায় কৰয়।
এতেকে ভাৰতবৰ্ষ তেজিব নিশ্চয়॥
দেৱতা ব্ৰাহ্মন দেখি যিতো দুৰাসয়।
মহা দম্ভ কৰি নমস্কাৰ নকৰয়॥ ৫২৪

জিৱন প্ৰজন্তে সিতো অশুচি হোৱয়।
তাত পাছে জৰনত জনম ধৰয় ॥
ব্ৰাহ্মনক দেখি যিতো সাদৰ নকৰে।
অভ্যাসন নকড়য় দম্ভে যিতো নৰে ॥ ৫২৫
সিতো নৰে সাত জন্ম বৃক্ষ জাতি হয়।
পাছে দ্বিজ জন্ম ধৰি পাপ কৰে ক্ষয় ॥ ৫২৬
ধনমন্ত হুয়া জজ্ঞ কৰিয়া ফুড়য়।
চাতক যে পক্ষি সাত জন্ম তাৰ হয় ॥
সিৱক কৰিয়া দেয কুকুৰ হোৱয়।
সাত জন্ম দেৱলত জন্মিবে লাগয় ॥ ৫২৭
পিত্ৰি দেৱ অৰ্চ্চনক জিতো বাধা কৰে।
বেদে উক্ত জিতো কৰ্ম্ম আপোনে নাচৰে ॥
সেহি পাপি ৰৌৰয়া নৰকে লৱে ঠাই।
সহশ্ৰ বৎস্বৰ সিতো নৰক ভুঞ্জয়ী ॥ ৫২৮
তাত পাছে তিনি জন্ম তিৰ্থকাক হয়ী।
তিনি জন্ম শৃগালত ভোগক কড়য়ী ॥
শৃগাল জন্মত তিৰ্থ সৰক ভুঞ্জয়।
পাছে তিনি জন্ম সৰ ৰক্ষক হোৱয় ॥ ৫২৯
তিৰ্থত সৰক ৰাখি থাকে নিৰন্তৰ।
সৰৰ লৱয় কড় পাতকি বৰ্ব্বৰ ॥
দম্ভকৰি নিতে দেৱ কড়য় অৰ্চ্চন।
ভক্তিভাৱে নকৰয় গুৰুক সেৱন ॥ ৫৩০
কপটে গুৰুক দ্ৰব্য দান নকড়য়।
দেৱৰ সাপত দুখি দেৱল হোৱয় ॥
সিতো দাৰুনৰ দৰিদ্ৰতা নুগুচয়।
পুজাফল সিতো নৰে নলভে নিচ্চয় ॥ ৫৩১
দিপ নিৰ্ব্বাপন দোষ হৱে পুৰুসৰ।
স্ত্ৰিৰ দোষ হৱে কুস্মাণ্ডক ছেদনৰ ॥
সাত জন্ম হোৱে ৰোগি জানা মহাসয়।
সাত জন্ম দৰিদ্ৰতা দুইৰো নুগুচয় ॥ ৫৩২
দ্বিপক নুমায়া নৰে খদ্যোত হোৱয়।
সাত জন্ম অন্ধোতত জন্মিবে লাগয় ॥
তিনি জন্ম অন্ধ হৱে জানা সেহি নৰ।
কেশৰালি নাহিকয়ি পাপি সিজনৰ ॥ ৫৩৩
কুস্মণ্ড ছেদন নাৰি স্ত্ৰিজনি কড়য়।
সংখ চিন্ন নৰ্ক তিনি জনম ভুঞ্জয় ॥
সম বেদে কুসুম সাখাত কহিচয়।
দিপ হন্তু সাত জন্ম কুপত হোৱয় ॥ ৫৩৪
অতিসয় মস্য লোভি জিজন হোৱয়।
আনক নেদিয়া সিতো আপুনি ভুঞ্জয় ॥
সেহিজন মস্য কঙ্ক জনম ধড়য়।
সাত জন্ম ধৰি মাৰ্য্যাৰিত জন্ম হয় ॥ ৫৩৫
সাত জন্ম মাৰ্য্যাৰিত ধৰি সিতো জন।
মনুস্যত জন্মি কৰে পাপ বিমোচন ॥
গব্ধ চুৰি কৰি কপোতত জন্ম হয়।
মালা চুৰি কৰি বিহঙ্গমত জন্ময় ॥ ৫৩৬
ধান্য চুৰি কৰি চটকত জন্ম ধৰে।
মাংস চুৰি কৰি কেচু জন্ম ধৰে নৰে ॥
কবিৰ মধ্যাত কুকবিতা জিতো কৰে।
সাত জন্ম মণ্ডুকত জন্ম ধৰে নৰে ॥ ৫৩৭
জিতো দ্বিজে সদা মন্দ কবিতা কড়য়।
সাত জন্ম নেল গৰ্ভে জন্মিবে লাগয় ॥
তাত পাছে তেষ্ঠি জন্ম একবাৰ হয়।
কংঙ্কলাস জন্ম তিনি জনম ধৰয় ॥ ৫৩৮
জিতো নৰে দুৰ্ব্বাক্যক সদায় বোলয়।
সাত জন্ম বিশ্বিকত সিপাপি জন্ময় ॥
সাত জন্ম কোকৰাত সিমনে ধড়য়।
একজন্ম বড়লত সি পাপি জন্ময় ॥ ৫৩৯
তাত পাছে গৃদ্ধ পিপিলিকা সিতো হই।
তাত পাছে শুদ্ৰ বৈস্য বিক্ৰমে হৱই ॥
তাত পাছে ক্ষেত্ৰিয় ব্ৰাহ্মন জন্ম ধৰে।
তেৱে পাতকড় পৰা সিপাপি নিস্তৰে ॥ ৫৪০
চাৰিজাতি নৰে কৈন্যা কড়য় বিক্ৰয়।
তামিশ্ৰ নৰক সত্যে সিপাপি চলয় ॥

চন্দ্ৰ দিবাকৰে কাল নৰক ভুঞ্জয়।
তাত পাছে ব্যাধ জন্ম সিজন হোৱয়॥ ৫৪১
মোৰ নাম জিতো বিপ্ৰে বিক্ৰয় কড়য়।
নিচ্চয় জানিবা তাৰ মুকুতি নোহয়॥
মৃত্যুকাল পাইলে কাম স্মোৰণ নোহয়।
পাছে গোৰ গৰ্ভে সিতো জনম ধড়য়॥ ৫৪২
তাত পাছে এক জন্ম চাগত জন্ময়।
তাত পাছে এক জন্ম মেৰ চাগ হয়॥
তাত পাছে সাত জন্ম ধৰে মহিসত।
তাত পাছে জন্ম তাৰ হোৱে মনুস্যত॥ ৫৪৩
মহাচক্ৰি কপটি অধৰ্ম্ম হিন হয়।
তৈল্যকাৰ কুমাৰত জনম ধড়য়॥
এক এক জন্ম ধৰি সিপাপি থাকয়।
সমস্তে যোনিত জন্ম ধৰে দুৰাসয়॥ ৫৪৪
মিচাকৰি জিতো নৰে কলঙ্ক দিৰয়।
দেৱ ব্ৰাহ্মণক জিতো নিন্দন কৰয়॥
সাত জন্মে হৱে সিতো পাপি চৰ্ম্মকাৰ॥
পাছে ৰজকত জন্ম হৱে সাত বাৰ। ৫৪৫
ব্ৰাহ্মণ ক্ষেত্ৰিয় বৈস্য স্বুদ্ৰ জাতি হয়।
কুচিত আচাৰ সৌচ বৰ্জ্জিয়া থাকয়॥
সমস্তৰে ম্লেচ যোনি জনম ধড়য়।
অযুত বৎসৰ তাত ভোগক কড়য়॥ ৫৪৬
স্নুন্দৰি নাৰিত লোভ কৰে আতিসয়।
কামাতুৰ হুয়া স্ত্ৰিত সদায় ৰময়॥
সতো জন্মা ৰোগ সিতো জনৰ হোৱয়।
পড় জন্মে নপুংসক জানা সিতো হয়॥ ৫৪৭
কামে স্ত্ৰিৰ শ্ৰোণি যুগ স্তন যুগ চাই।
চক্ষু হিন নপুংসক হৱে নন্দৰাই॥
জ্ঞান হিন দ্বিয জদি হিংসাক কড়য়।
জিতো বিপ্ৰে অভিমান কৰিয়া থাকয়। ৫৪৮
অন্ধতামিশ্ৰয়ে নৰ্কে সিতো চলি জাই।
অজুত বৎসৰ নৰকত লৱে ঠাই।

তাত পাছে দুৰ্ম্মতি দৈবজ্ঞ সিতো হয়ী।
তাত পাছে বিপ্ৰ জন্মে সুদ্ধিক লভই। ৫৪৯
সাস্ত্ৰগ্য দৈৱগ্য জদি অসত্য কহয়।
পন্তুত সৰ্ব্বান দিয়ে মিচাক বোলয়॥
সিতোজন শ্ৰেষ্ঠিৰ গৰ্ভত জন্ম হয়।
তাত জন্ম লভি সাত বানৰ হোৱয়॥ ৫৫০
অনেক জনম তপে ভাৰতবৰ্স্তে।
মহা পুন্য কৰি জন্ম ধড়য় দ্বিজত॥
স্নুবুদ্ধি ধৰ্ম্মিষ্টে জদি পাতক কৰয়।
সেহি পাপে ধন হিন তাহাৰ হোৱয়॥ ৫৫১
স্বধৰ্ম্ম কৰিয়া দ্বিযে সদায় থাকয়।
অগ্নিত কৰিয়া দ্বিজ পবিত্ৰ হোৱয়॥
মহা তেজঅন্ত দ্বিজ জিতো মহাসয়।
দেৱ গণ তাঙ্ক প্ৰতি সদা কৰে ভয়॥ ৫৫২
নদিৰ মধ্যত গঙ্গা দেবি জেন হয়॥
পুষ্কৰ তিৰ্থৰ মধ্যে পুজ্য জেন হয়॥
পুৰিৰ মধ্যত কাসি শ্ৰেষ্ঠ জেন হয়।
জ্ঞানি মধ্যে জেন শ্ৰেষ্ঠ শঙ্কৰ হোৱয়॥ ৫৫৩
সাস্ত্ৰৰ মধ্যত বেদ পুজ্য জেন নয়।
বৃক্ষ মধ্যে অস্বস্ত জেহেন পুজ্য হয়॥
তপস্যাৰ মধ্যে যেন মোহোৰ পুজন।
ব্ৰত মধ্যে পুজ্য হোৱে জেন অনসন॥ ৫৫৪
জাতিৰ মধ্যত সেহিমত জে ব্ৰাহ্মণ।
চাৰিজাতি মধ্যে পুজা বৈদ্য তপোধন॥
বিপ্ৰৰ পদত পুন্য তিৰ্থ গন যত।
সমস্তে নিবাস কৰে জানিবা সতত॥ ৫৫৫
বিপ্ৰ পাদধুলি পাপ ব্যাধি বিনাসন।
সমস্তে কৈলাণ সাধে আসেস বচন॥
কৰ্ম্মৰ বিপাক মঞি কহিলো তোমাত।
জথা শ্ৰুত জথা জ্ঞান স্নুনিলোহো তাত॥ ৫৫৬
কৰ্ম্মৰ বিপাক পিতৃ দ্বিজনে স্নুনিব।
বাচকক প্ৰতি স্নুবৰ্ন্নক দান দিব॥

ৰৌপ্য বস্ত্র তাম্বুঁলক ৰাচকক দিব।
শ্রদ্ধাভাৱে স্থনি পাপ বিমোচন হৈব॥ ৫৫৭
হে পিতৃ নন্দৰাজা ব্রাহ্মনক প্রতি।
স্থবর্ণ সতেক দিয়া কৰিয়ো প্রনতি॥
ৰৌপ্য বস্ত্র তাম্বুলক প্রতি অর্থে মোৰ।
দিয়া নমস্কাৰ কড়া কৰি কৰ জোৰ॥ ৫৫৮
ব্রহ্মবৈবর্ত্তৰ পদ মহা পুৰানৰ।
শ্রীকৃষ্ণৰ জন্ম খণ্ড আতি মনোহৰ॥
পঞ্চাঁমিত অধ্যায়ৰ কথা মনোৰম।
কর্ম্মৰ বিপাকে নাম সবাতে উত্তম॥ ৫৫৯
শ্রদ্ধাভাৱে স্থনি পাতেকৰ বুন্দামাৰ।
স্থনা সভাসদ পুর্ব্বকথা আগাসাৰ॥
জামদগ্নি স্থত পর্শুৰাম অৱতাৰ।
পিতৃ বাক্যে মাতৃক কাটিলা আপোনাৰ॥ ৫৬০
পৰশু কুঠাৰ তান হাতত লাগিল।
সমস্তে তির্থত ঋষি প্রজটি ফুৰিল॥
তথাপিতো তান হাতে কুঠাৰ নেৰাইল।
পাছে পুর্ব্বদিসে ঋষি চলিয়া আসিল॥ ৫৬১
ব্রহ্মকুণ্ড পুর্ব্বদিযে ঋষিয়ে পাইলন্ত।
তির্থৰ সমিপে ৰাজঋষি চলিলন্ত॥
পৰস্ন সহিতে হস্ত তাতে জোৰাই বৈল।
ঋষিৰ হাতৰ পর্শু নিলগি ৰহিল॥ ৫৬২
আচর্য্য দেখিয়া মুনি মহন্ত তির্থৰ।
মনে বিমৰিস কৰিলন্ত মুনিবড়॥
পৰশুয়ে পর্ব্বতক ছেদি মুনি বড়।
ব্রহ্ম পুত্র মহাতির্থ আসিল সত্তাৰ॥ ৫৬৩
ব্রহ্মকুণ্ড সমিপত ব্রাহ্মনক মতিঁ।
সংস্থাপন কৰিবাক ঋষি মহাসই॥
কৌনজ পুৰক লাগি কৰিলা গমন।
তাত হন্তে সাত গোত্রি আনিল ব্রাহ্মন॥ ৫৬৪
বহুত্তৰ আনো বুলি কৰিলা গমন।
বহুত ব্রাহ্মন পাছে ঋষি আনিলন্ত।
হাবুঙ্গত সিতো দ্বিয গনক থৈলন্ত॥
ব্রহ্মকুণ্ডে গৈয়া গৃহ বাসিক নির্ম্মিল।
পুনু আসি ব্রাহ্মনক লাগক নপাইল॥ ৫৬৫
সাপদিয়া পর্শুৰাম পচিমে চলিল।
পুর্ব্বৰ অনিত দিয সেহি থানে গৈল॥
পৰ কালে দেৱ গোপাল যে মহা সন্ত।
দেৱৰ পাৰত তেহে সত্র পাতিলন্ত॥ ৫৬৬
সাত গোত্রি মধ্যে পুর্ব্বে পুৰুষ আগাৰ।
গোপালেয়ো মাতি আনি কৰি সতকাৰ॥
শ্রাদ্ধ কৰাইবাক প্রতি বচন বুলিল।
পাছে দ্বিজে গোপালৰ আগত কহিল॥ ৫৬৭
তথু শ্রাদ্ধ নকৰাইবো সপত আমাৰ।
হোম পুজা কৰিবাক কৰিলন্ত সাৰ॥
বস্ত্র অলঙ্কাৰ দিয়া গোপাল মহন্ত।
হৰি ভাৰতিয়ে নাম তাহানে থৈলন্ত॥ ৫৬৮
সিস্য সমে সত্র পাতি গোপালে দিলন্ত।
সেহি দিনা অনুসৰি মহন্ত ভৈলন্ত॥
হৰি ভাৰতিয়ে কন্দলিক আনি দিলা।
হৰি ভাৰতিৰ পুত্র অম্বুৰাৰি ভৈলা॥ ৫৬৯
তান পুত্র ব্রজ নাথ নামে উপজিল।
সত্র পাতি দিয়া তাঙ্ক সংস্থিতি কৰিল॥
তাহান তনয় ৰাম দেৱ ভৈলা জাত।
তান পুত্র অচ্যুত আনন্দ নামে খ্যাত॥ ৫৭০
তাহান তনয় মধুমিশ্র নাম জাৰ।
তান পুত্র নিত্যানন্দ জনক আমাৰ॥
তাহান তনয় আমি নাম বলোৰাম।
পুৰাণৰ পদ আৰু স্থনা অভিৰাম॥ ৫৭১
নন্দ নিগদতি স্থনিয়োক যদুপতি।
কোনোবা কেদাৰ ৰাজা কহিয়ো সম্প্রতি॥
কাৰ বংসে জন্মি আছে কৈন্যাৰ কি নাম।
বাহুল্য কৰিয়া কহা কথা অনুপাম॥ ৫৭২
কৃষ্ণ নিগদতি শুনা কথা ৰুচিকৰ।

ব্ৰহ্মাৰ তনয় স্বায়ম্ভুৱ মনুবৰ ॥
সদায় ৰহোক মুখে মোৰ কৃষ্ণ নাম।
পাতক চাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৫৭৩

## বৃন্দাৰ তপস্যা।

তান ভাৰ্য্যা সতৰূপা কৈন্যা মহাদেই।
পৃয়ব্ৰঁত্ত উৰ্ত্তানপাদ জে পুত্ৰ দুই ॥
উত্তানপাদৰ পুত্ৰ ধ্ৰুব মহাসয়।
বৎসবন্না নামে খ্যেত্ৰ ধ্ৰুৱৰ তনয় ॥ ৫৭৪
তাহানে তনয় ভৈলা কেদাৰ ভুপতি।
সপ্তদিপেস্বৰ ভৈলা ৰাজা মহামতি ॥
মহন্ত বৈষ্ণৱ ৰাজা দেখি নাৰায়ণ।
ৰাজাৰ ৰক্ষাৰ পদে দিলা সুদৰ্শন ॥ ৫৭৫
সতলক্ষ ব্ৰাহ্মণক কৰায়ো ভোজন।
ব্ৰাহ্মণৰ লক্ষ সুপকাৰ সোসোভন ॥
ব্ৰাহ্মণৰ দুই লক্ষে অন্নক বাহুয়।
ভোজন কৰায়ে নিতে ৰাজা মহাসয় ॥ ৫৭৫
সাত লক্ষ ধেনু নিতে নিতে কৰে দান।
নবিন প্ৰসুতা বৎস সমে কৰি মান ॥
সুবৰ্ণ্ণৰ শৃঙ্গ খুৰা সব ৰজতৰ।
অগ্নি শুদ্ধ বস্ত্ৰ সমে আতি ৰুচিকৰ ॥ ৫৭৬
সতলক্ষ সুবৰ্ণ্ণক দেই নৃপবৰে।
সালি ক্ষেত্ৰ ভুমি দান নিতে নিতে কৰে ॥
মণি মুক্তা হিৰা ৰত্ন মানিক সকল।
হস্তি ঘোড়া লক্ষে লক্ষে দেন্ত মহাবল ॥ ৫৭৭
ৰূপ বস্ত্ৰ ধান্য গন ভণ্ডাৰে ভণ্ডাৰে।
সুবৰ্ন্নৰ পত্ৰ চয় দেন্ত আপোনাৰ ॥
সুবৰ্ন্নৰ জজ্ঞঁ সুত্ৰ অঙ্গিস্তি পৰম।
সুবৰ্ন্ন আসন চয় দেন্ত মনোৰম ॥ ৫৭৮
দধি দুগ্ধ ঘৃত মধু গুৰ অনুসৰি।
ব্ৰাহ্মণ গনক ৰাজা দেন্ত নদি কৰি ॥
ব্ৰাহ্মণ গনক দান কৰে এহিমতে।
প্ৰাতসৰ পৰা সন্ধ্যা কালক প্ৰজন্তে ॥ ৫৭৯
তুখি ভিক্ষুককো ৰাজা দেন্ত দান চয়।
মহন্ত বৈষ্ণৱ ৰাজা আতি দায়াময় ॥
পুৰ্ব্বে পুন্ন্যগন কৰি মোহোত অপ্ৰ্য্য়।
পাছে ফল মুল ৰাজা কৰয় ভোজন ॥ ৫৮০
চতুৰ্থ প্ৰহৰ পথ জাৰ অধিকাৰ।
তাক নন্দ বুলি ৰাজা জানা সাৰে সাৰ ॥
তাৰ সত গুনে হোৱে মণ্ডল ইশ্বৰ।
তাহাৰ দ্বাদশী ক্ষেছে ৰাজেন্দ্ৰ অপাৰ ॥ ৫৮১
ৰাজেন্দ্ৰৰ পঞ্চলক্ষ সভাত বসয়।
ৰতন মুকুতা হিৰা গন কৰ দেয় ॥
গজ বাজি মাণিকজে সুবৰ্ন্ন পোৱাল।
কেদাৰ ৰাজাক দেই ৰাজা কৰ মাল ॥ ৫৮২
আনো নানা দ্ৰব্য চয় দেই ৰাজা গণে।
কেদাৰ নৃপতি তাক লয়ে ৰঙ্গ মনে ॥
ইশ্বৰক জজ্ঞেঁ জজিলন্ত নৃপবৰ।
দানগণ কৰিলন্ত আতি ৰুচিকৰ ॥ ৫৮৩
জজ্ঞোঁ কুন্দে কাল লক্ষ্মি দেবিজাত ভৈলা।
অগ্নি সুদ্ধ বস্ত্ৰ সমে ৰাজা তুলি লৈলা ॥
কলাৰূপা লক্ষ্মী দেবি ৰতন ভুসনী।
সুন্দৰি গনৰ মধ্যে কমল লোচনি ॥ ৫৮৪
পুজা কৰিলন্ত ৰাজা কৈন্যাক সাদৰি।
ভাৰ্য্যাৰ হাতত দিলা ৰাজা মান্য কৰি ॥
প্ৰতি দিনে বাঢ়ি যাই সুন্দৰি অবলা।
চন্দ্ৰমা বদনি কৈন্যা জেন চন্দ্ৰ কলা ॥ ৫৮৫
এক দিনা মহাৰাজা কৈন্যাক বুলিলা।
ৰাজাগন মধ্যে বড় লৈয়া বড় বালা ॥
ৰাজাৰ বচন শুনি কন্যা বোলে বানি।
আমি স্বয়ম্বৰি কৈন্যা সুনা মহামানি ॥ ৫৮৬
তুমি মোক কেনে স্বামি দিলা নৰেশ্বৰ।
মনে বৰি আছো মঞিঁ জগত ইশ্বৰ ॥
বিদাই দিয়োক ৰাজা তপস্যাক জাইবো।
তপস্যাৰ বলে আমি কৃষ্ণক ভজিবো ॥ ৫৮৭

এহিবুলি বড়নাৰি তপস্যাক গৈলা।
জমুনাৰ সমিপত তপ আৰম্ভিলা॥
বৃন্দাদেবি জিতো বনে তপক কৰিলা।
সিতো বন খান বৃন্দাবন নাম থৈলা॥ ৫৮৮
ঘোৰ তপ কৰি বৃন্দা মোক আৰধিলা।
সেহিবেলা ব্ৰহ্মা আসি বচন বুলিলা॥
মোৰ বোলে পৰকালে লভিবা কৃস্নক।
এহিবুলি ব্ৰহ্মা গৈলা ব্ৰহ্ম ভুবনক॥ ৫৮৯
এক দিনা বৃন্দা দেবি নদিৰ তৰিত।
পুস্পৰ সয্যাত সতি সুতিয়া আচন্ত॥
ব্ৰহ্মাদেৱে ধৰ্ম্মক জে বুলিলা বচন।
চল ধৰ্ম্ম তুমি এতিক্ষনে বৃন্দাবন॥ ৫৯০
বৃন্দাৰ জে সান্তি ধৰ্ম্ম পৰিক্ষা কৰিয়ো।
পৰিক্ষা কৰিয়ো তুমি আমাত কহিয়ো॥
ব্ৰাহ্মণৰ বেসে ধৰ্ম্ম গৈলা বৃন্দাবন।
কামদেৱ সমৰুপ কামিনি মোহন॥ ৫৯১
সোৰস বৎসৰ দেহ জেন সুৱৰ্ন্নৰ।
পুৰ্ন্ন চন্দ্ৰমাক নিন্দে মুখ মনোহৰ॥
সৰত কালৰ পদ্ম প্ৰফুল নয়ন।
চন্দন লিপিত অঙ্গ ৰতন ভুসন॥ ৫৯২
পিত বস্ত্ৰ পৰিধান সৰ্ব্বাঙ্গ সুন্দৰ।
অল্প হাস্য কামুক দেখিতে মনুহৰ॥
হেন দ্বিজ বড়ক দেখিলা বড় নাৰি।
আদৰ কৰিয়া দিল কুসাসন পাৰি॥ ৫৯৩
ভক্তি ভাৱে মাধৱক কৰি নমস্কাৰ।
পাদ্য অৰ্ঘ্য দিয়া পুজা কৰিলা সৎকাৰ॥
ভোজন কৰিবে দিলা পাছে ফল মুল।
প্ৰনাম কৰিয়া দিলা সুবাসিত জল॥ ৫৯৪
পুজাপাই তুস্ত মন ভৈল দ্বিজবড়।
বুলিলা বচন পাছে কৰিয়া সাদৰ॥
সুনিয়ো সুন্দৰি তুমি তযু কিবা নাম।
কাহাৰ দুহিতা তুমি আতি অনুপাম॥ ৫৯৫
জত পুন্য ঘোৰবনে আচা তপ কৰি।
কিবা কাৰ্য্যে থাকা এৎ কহিয়ো সুন্দৰি॥
তোৰ মনে কিবা বাঞ্চা কৰাগা সুন্দৰি॥
লৈয়ো বড় দিবো মঞি বহা সিত্ৰ কৰি॥ ৫৯৬

## বৃন্দাৰ তপস্যা ভঙ্গ।

### জুমুৰি।

বৃন্দা বোলে দ্বিজবৰ।
বৃন্দা নাম জান মোৰ॥
কেদাৰৰ কৈন্যাময়।
জানিবাহা মহাসয়॥ ৫৯৭
তপ কৰে বৃন্দাবনে।
হৰিক চিন্তিয়া মনে॥
নিৰ্য্যান বনত আমি।
গোবিন্দক পাইবো স্বামি॥ ৫৯৮
হেন মনে নিষ্ঠ কৰি।
আৰাধোহো দেৱ হৰি॥
জদি বৰ দিয়া তুমি।
হৰি হৌক মোৰ স্বামি॥ ৫৯৯
সমৰ্থ হোৱাহা জেবে।
বড় দিয়া মোক তেবে॥
অসমৰ্থ হোৱা জেবে।
গৃহে গৈয়া থাকা তেবে॥ ৬০০
ধৰ্ম্ম বোলে সুনা বানি।
কেদাৰ ৰাজাৰ বানি॥
জগত ইশ্বৰ হৰি।
স্বামি পাইবা কেনে কৰি॥ ৬০১
চতুৰ্ভুজ বৈকুণ্ঠত।
তান ভাৰ্য্যা দুই সত॥
লক্ষ্মি সৰস্বতি দেবি।
সদায় থাকয় সেবি॥ ৬০২
দুই ভুজ গোলোকত।
বসি ধৰি বদনত॥

তান ভাৰ্য্যা ৰাধা সতি।
সেৱিয়া থাকন্ত আতি॥ ৬০৩
কৌটি কামে নোহি সৰি।
হেনয় ইশ্বৰ হৰি॥
তুমি পাইবা কেন কৰি।
ইতো আসা পৰিহৰি। ৬০৪
তেজিয়োক দেৱ হৰি।
ভজা মোক প্ৰানেশ্বৰী॥
ব্ৰহ্মা আদি দেৱগন।
ধ্যান কৰি অনুক্ষন॥ ৬০৫
সনকাদি মুনি গনে।
চিন্তি থাকে অনুক্ষনে॥
অনন্তক আদি কৰি।
সদা থাকে ধ্যান ধৰি॥ ৬০৬
পঞ্চাবক্তে সদাসিৱে।
জাৰ নাম নিত্তে গাৱে।
চিন্তি থাকে দেৱ গন।
হেন দেৱ নাৰায়ন॥ ৬০৭
তুমি মনুষ্যৰ নাৰি।
স্বামি পাইবা কেন কৰি॥
দ্বিজ বলোৰামে ভনে।
মন ৰৌক নাৰায়নে॥ ৬০৮
সুনিয়োক সাধুজনে।
কৃষ্ণত অৰ্পিয়ো মনে॥
বিসয়ত তেজিকাম।
মুখে বোলা ৰাম ৰাম॥ ৬০৯

---

## পদ।

পুন্থ ধৰ্ম্মে বোলে সুনিয়োক বড় নাৰি।
ব্ৰহ্মাণ্ডত মধ্যে আছে জত অধিকাৰি॥
ব্ৰহ্মা বিষ্নু হৰ আদি কৰি দেৱ গন।
সুৰাসুৰ আদি কৰি সিদ্ধ মুনি জন॥ ৬১০
ধ্যান কৰি সৰ্ব্বদায় চিন্তিয়ো চৰণ।
তথাপি নপাৱে তাঙ্ক জত যোগিগন॥
প্ৰকৃতিত পৰ হৰ জগত ইশ্বৰ।
ৰাধা লক্ষ্মি সৰস্বতি দেবিৰ গোচৰ॥ ৬১১
ইশ্বৰৰ আসা তেজি মোক তুমি ভজা।
নৃপতিৰ ইশ্বৰ হৈবোহো মহাৰাজা॥
দেৱতা গনৰ মধ্যে বলৱন্ত আমি।
তিনিয়ো লোকত মোৰ সম নাহি স্বামি॥ ৬১২
স্বৰ্গ মত্য পাতালত আছে সুখ জত।
মোহোৰ প্ৰসাদে ভুঞ্জিবাহা স্বৰূপত॥
সাত সাগৰৰ পাৰে কাঞ্চন জে ভুমি।
দেৱৰ কৃড়াৰ থান কৃড়া কৰা তুমি॥ ৬১৩
সেহি থানে বলা পৃয়া মোক অনুসৰি।
মঞিঁ সমে কৃড়া কৰি থাক ৰঙ্গ কৰি॥
বিস্যান্দক সুৰাসন পুষ্প জে ভদ্ৰাক।
মহেন্দ্ৰৰ পৃয় বন জানিবা নন্দক॥ ৬১৪
পুষ্পৰ উদ্যান যত চয় আছে বনে।
তাহাক চলিয়ো পৃয়া তুমি বড়াননে॥
সুৱৰ্ণৰ লঙ্কা পুৰে চলিয়ো সুন্দৰি।
মঞিঁ সমে ক্ৰীড়া কৰি থাক ৰঙ্গ কৰি॥ ৬১৫
খিৰ সাগৰৰ তিৰ আতি মনুহৰ।
তুমি সমে ক্ৰীড়া হৌক আতি ৰুচিকৰ॥
মঞিঁ সমে সত্য লোকে ক্ৰীড়া কৰা সতি।
মলয়া চন্দন বনে ক্ৰীড়িয়ো সম্প্ৰতি॥ ৬১৬
কেতকি মাধবি যুতি মালতিৰ বনে।
চম্পক অসোক ৰম্য তুলসি কাননে॥
তাৰ পুষ্প চয় গন্ধে আতি মনোহৰ।
কোকিলৰ ধ্বনি সব্দ কৰে মধুকৰ॥ ৬১৭
সেহিবনে পসি ৰমিবাহা বৰ নাৰি।
তিনি লোক মধ্যে আমি হৈবো অধিকাৰি

ৰত্ন দিপ মনি দিপ চন্দ্ৰ সৰোবৰে।
সেহি সেহি থানে গৈয়া ৰমিয়ো সত্যৰে॥ ৬১৮
আনো নানা প্ৰলোভিত বচন বুলিলা।
সম্ভোগ কৰিবে লাগি সন্নিত চাপিলা॥
ধৈৰ্য্য ভাৱ পৰিত্যাগ কৰি ধৰ্ম্মৰাই।
সান্তিধৰ্ম্ম নস্ত কৰিবাক গৈলা ধাই॥ ৬১৯
ব্ৰাহ্মনৰ কাম ভাৱ দেখি বৃন্দা সতি।
কোপে কম্পমান হুয়া বুলিলা যুগুতি॥

---

## দুলৰি।

বৃন্দা নিগদতি শুনা মহা ভাগ
তুমি দ্বিজ দুৰাসয়।
ব্ৰাহ্মনৰ ধৰ্ম্ম তপ সত্য ব্ৰত
বেদ পাঠ সুভ নয়॥ ৬২০
ধৈৰ্য্য ধৰা দ্বিজ ধৈৰ্য্য সুভ হৰে
ধৈৰ্য্য ধৰ্ম্মি ব্ৰাহ্মনৰ।
পৰস্ত্ৰি সেৱন অধৰ্ম্মৰ কৰ্ম্ম
ত্যাগকৰা দ্বিজবৰ॥
পতিব্ৰতা স্ত্ৰিক বলকৰি জিতো
ৰমে আতি দুৰাচাৰ।
মাতৃৰ গমন পাপ হৰে তাৰ
ব্ৰহ্মবধ সাতবাৰ॥ ৬২১
কুম্ভিপাকে সিতো পছিয়া থাকয়
জাৱে চন্দ্ৰ দিবাকৰ।
জম দুতে ধৰি তপত তৈলত
ভাজে তাক দৃঢ়ত্তৰ॥
লোহা ডাঙ্গে ধৰি সিৰে মাৰে বাড়ি
তাৰ গাৱে শ্ৰুতি নাই।
ক্ষনিতেক সুখ পাছে মহাদুখ
সৰ্ব্বনাস হৰে জাই॥ ৬২২

পৰস্ত্ৰি গমন দুখ হেন জানি
ধৰ্ম্মৱন্ত নবাঞ্ছয়।
ধৰ্ম্মৱন্ত হুয়া অধৰ্ম্মত ৰতি
ক্ষমা কৰা মহাসয়॥
জেহেন দ্বিপৰ সিখাক দেখিয়া
কিট মৰে লোভ হুয়া।
বিসময় কুম্ভ দুগ্ধ মুখে মাত্ৰ
তাক পিৱে নজানিয়া॥ ৬২৩
জেন খুধাতুৰে বিস মীশ্ৰ অন্ন
ভুঞ্জেঁ আতি ভ্ৰম হুয়া।
জোৰৰ লগত দেখিয়া অগ্নিক
মস্তগৰে প্ৰালোভিয়া॥
সেহিমত জানা পৰস্ত্ৰিৰ সুখ
দেখিমাত্ৰ মনোহৰ।
বিনাসৰ বিজ স্ত্ৰীমুখ পদ্ম
মনমোহে সজ্জনৰ॥ ৬২৪
সুনা ৰুচিকৰ কামৰ আধাৰ
সুখমাত্ৰ মনোহৰ।
অধৰ্ম্মৰ স্থল বিনাসৰ বিজ
তেজা আক দ্বিজবড়॥
মল মুত্ৰ সমে নৰকৰ কুম্ভ
স্ত্ৰীৰ পায সমুদাই।
দুৰ্গন্ধ সতত পাপৰ আধাৰ
পৰ স্ত্ৰীতো সুখ নাই॥ ৬২৫
পৰস্ত্ৰী সম্ভোগ কৰে জিতো নৰে
ৰৌৰয়াত হোৱে বাস।
কৌটী কৌটী যুগ নৰকত পছে
পিতৃগনে তেজে তাস॥
একেস্বৰে দেখি হৰিবাক চাস
সুন অৰে দুৰাচাৰ।
এহি থানে বেদ লোকপাল সবে
চৌধ্য সাখি অনিৰ্ব্বাৰ॥ ৬২৬

জাজল্য সমান হুয়া ধৰ্ম্ম ৰাই
সাখি ৰূপে আছে চাই।
দণ্ড কৰ্ত্তা জম অহিতে আচয়
ঈশ্বৰৰ আজ্ঞা পাই॥
জগত ঈশ্বৰ অহিতে আছয়
পৰমাত্মা সাখি ৰূপে।
বুদ্ধিত পাৰ্ব্বতি মনত জে ব্ৰহ্মা
কহিলো তোত স্বৰূপে॥ ৬২৭
ইন্দ্ৰিয় গনক দস দেৱ আছে
কৰ্ম্মৰ জে সাখি হুয়া।
গুপ্ত কৈত আছে ৰহস্য নাহিকে
মনে চাহা বিচাৰিয়া॥
ক্ষেমা কৰা দ্বিজ জ্ঞান নাহি তোৰ
অবোধ ব্ৰাহ্মণ জাতি।
ভাৰ্য্যা কৰিবাক প্ৰতিক্ষনে পাৰো
গৃহক চল নমাতি॥ ৬২৮
সুনৰে ব্ৰাহ্মণ অস্তোত্তৰ সত
যুগ মোৰ বহি গৈলা।
পীতৃ মাতৃ ভাতৃ গোত্ৰ মৰি গৈল
তথাপিতো মঞিঁ ৰৈলো॥
মোৰ তপস্যাত তুস্ত হুয়া হৰি
মোক ৰাখে সৰ্ব্বকালে।
সৰ্ব্বদেৱ গনে মোহোক ৰাখয়
চলিবাক চাস বলে॥ ৬২৯
অনাথ বালক বৃদ্ধৰূগি গন
দেৱগনে ৰাখে তাক।
নাৰি বুলি তই ধৰিবে খোজাস
মোক ৰাখে দেৱ ঝাক॥
মাতৃ তুল্য আমি ক্ষেমা কৰা তুমি
চল তঞিঁ আন বনে।
হেন বানি বুলি ৰাজাৰ নন্দিনি
ৰহিলন্ত থিৰ মনে॥ ৬৩০

দ্বিজ বলোৰামে ভনিলা তুলড়ি
এৰা বিসয়ৰ কাম।
পাপক সংহৰি সংসাৰক তৰি
ডাকি বোলা ৰাম ৰাম॥ ৬৩১

—০—

## ব্ৰহ্মাৰ প্ৰতি বৃন্দাৰ সাপ। আৰু বৃন্দাৰ পতি লাভ।

### পদ।

এহিমতে বৃন্দা দেবি বুলিয়া বচন।
পৃথিবীৰ সম হুয়া ৰৈলা তেতিক্ষন॥
বেদ বাক্য সম সতি বচন বুলিলা।
কামাতুৰ হুয়া ধৰ্ম্মে তাক নুসুনিলা॥ ৬৩২
সম্ভোগ কৰিবে মনে জান্ত অনন্তৰে।
আতি কোপে বৃন্দাদেবি সাপিলা সত্যৰে॥
সুন অৰে দ্বিজাধম তোক দেয়ো সাপ।
ক্ষয় হৈবি ক্ষয় হৈবি ক্ষয় হৈবি পাপ॥ ৬৩৩
পুনৰ্ব্বাৰ বৃন্দাদেবি সাপ দিবে চান্ত।
সেহি বেলা সুৰ্য্য আসি বাধা কৰিলন্ত॥
আত অনন্তৰে কথা সুনা ৰুচিকৰ।
ভয় হুয়া আসিলন্ত ব্ৰহ্মা বিষ্ণু হৰ॥ ৬৩৪
ইন্দ্ৰ চন্দ্ৰ বায়ু বহ্নি কুবেৰ বৰুণ।
অনন্তক আদিকৰি যত দেৱ গন॥
সান্তিকোপাগ্নিয়ে দহি আছে কলেৱৰ।
কলা হিনা আমাবাস্যা চন্দ্ৰ সম সৰ॥ ৬৩৫
নিচেস্ত ধৰ্ম্মক দেখি দেৱ নাৰায়ণ।
কৃপাযুক্ত হুয়া পাচে বুলিলা বচন॥
সুনিয়োক বৃন্দাদেবি তুমি মহা সতি।
কৰিলাহা মোত তুমি একান্ত ভকতি॥ ৬৩৬
মোহোৰ প্ৰসাদে তযু জন্ম মৃত্য নাই।
ধৰ্ম্মক জিয়ায়া তুমি স্বস্থকৰা কাই॥
ব্ৰহ্মা নিগদতি বৃন্দা সুনিয়ো সুন্দৰি।
পাপে পুন্য হুইবো ইতো জানা বসুন্ধৰি॥ ৬৩৭

ধর্ম্মক জিয়ায়া সতি দিয়োক আমাক।
ধর্ম্ম বিনে সর্ব্বনাস ৰাখা মোৰ বাক॥
মহাদেব বদতি সুনিয়ো বৃন্দা সতি।
তৃজগত নস্ত হৈবো ৰাখিও সম্প্রতি॥ ৬৩৮
ধর্ম্ম নস্ত ভৈলে তৃজগতে নস্ত হুই।
ধর্ম্মক জিয়ায়া দিয়ো আমাক নিশ্চয়ী।
ইন্দ্র নিগদতি বৃন্দা সুনা মহাসতি।
তপস্যা কৰিয়া ধর্ম্ম কৰিলা সম্প্রতি॥ ৬৩৯
হেনয় ধর্ম্মক তুমি বধা কে'ন গুনে।
তপৰ প্রভাবে সতি জিয়ায়ো আপুনে॥
সুর্য্য নিগদতি সুনিয়োক বৰ বালা।
বড় দিবো লৈয়ো বড় সুনিয়ো অবলা॥ ৬৪০
অনন্ত বদতি বৃন্দা সুনিয়ো সুন্দৰি।
ধর্ম্ম উপাসিলা তুমি তপক আচৰি॥
তেনয় ধর্ম্মক তুমি কৰিলা বিনাস।
জিয়ায়ো সুন্দৰি ধর্ম্ম বিনে সর্ব্বনাস॥ ৬৪১
চন্দ্র নিগদতি বৃন্দা সুনিয়ো বচন।
দ্বিজৰূপ ধৰি ধর্ম্ম আসিল এখন॥
ব্রহ্মায়ে পাঠিলা ধর্ম্ম পৰিক্ষা কৰিতে।
নির্দ্দোস ধর্ম্মক তুমি বধা কেন মতে॥ ৬৪২
আনো দেৱগনে তুতি কৰিলা বৃন্দাক।
নমস্কাৰ কৰি বৃন্দা বুলিলন্ত বাক॥
বৃন্দা নিগদতি সুনিয়োক দেৱগন।
ব্রাহ্মনৰ বেসে ধর্ম্ম আসিল এখন॥ ৬৪৩
পৰিক্ষা কৰিবে লাগি আইল ধর্ম্মৰাজ।
নজানিয়া সাপ দিলো কৰিলো অকাজ॥
তপৰ প্রভাবে মঞি জিয়াইবো এখন।
দেৱগন সমে তুস্ত হোৱা নাৰায়ন॥ ৬৪৪
এহিমতে বৃন্দা সতি বুলিলা বচন।
মোৰ তপ সত্য যদি হোৱে নাৰায়ন॥
সত্যে যদি বিষ্ণু পুজা কৰি আছো মঞি।
জদি অনসন ব্রত মোৰ সত্য হই॥ ৬৪৫
সত্য সৌচ আদি কৰি যত ধর্ম্মগন।
মঞি সুদ্ধে কৰি আছা যদি নাৰায়ন॥
যদি সত্য হৱে ব্রহ্মা হব নাৰায়ন॥
সত্য যদি হৱে ইন্দ্র আদি দেৱগন॥ ৬৪৬
জজ্ঞ মুর্ত্তি ভগৱন্ত যদি সত্য হয়ী।
প্রকৃস্তা প্রকৃতি সত্য জদিব হৱয়ী॥
মোৰ বড়ে দ্বিজ বড় হুয়োক *বিজৰ।
জদি বেদগন সত্য হৱে মহেশ্বৰ॥ ৬৪৭
এহি বুলি বৃন্দা দেবি ধর্ম্মক আনিলা।
কোলে লৈয়া ধর্ম্ম ৰাইক পাছে আস্বাসিলা॥
আত অনন্তৰে কথা সুনা ব্রজেশ্বৰ।
মুর্ত্তি নামে ধর্ম্ম ভার্য্যা আসিলা সত্বৰ॥ ৬৪৮
সোকাকুল হুয়া দেবি প্রনাম কাৰলা।
বিষ্ণু পদে পৰি দেবি অচেতন ভৈলা॥
মুর্ত্তি নিগদতি সুনিয়োক দামোদৰ।
ভকত বৎসল প্রভু জগত ইশ্বৰ॥ ৬৪৯
মোৰ স্বামি সিগ্র কৰি জিয়ায়া দিয়োক।
সোকে বিয়াকুল হুয়া জায়ো পৰলোক॥
পতি হিন জিতো নাৰি হোৱে সংসাৰত।
প্রান হিন দেহা যেন মোৰো সেহিমত॥ ৬৫০
পিতৃ মাতৃ ভাতৃ পুত্র মীত্র বন্ধু জনে।
পৰিমিত কৰি দেই সোক পাৱে মনে॥
স্বামীৰ সর্ব্বস্বে হৱে ভার্য্যাৰ নিশ্চয়।
স্বামি দান দিয়া মোক কৃষ্ণ কৃপাময়॥ ৬৫১
এহি বুলি মুর্ত্তি সতি কান্দিবে লাগিলা।
সেহি বেলা ভগৱন্তে বৃন্দাক বুলিলা॥
ভগৱন্ত বদতি সুনিয়ো বৃন্দা সতি।
তপৰ প্রভাবে আউৰ লভিবা সম্প্রতি॥ ৬৫২
ব্রহ্মাৰ সমান আয়ু লভিচা নিশ্চয়ী।
ধর্ম্মক তোমাৰ আয়ু দিবাক লাগয়ী॥
তপৰ প্রভাৱে সতি গোলোকক চলা।
পৰকালে মোক পাইবা সুনিয়ো অবলা॥ ৬৫৩

* বিজৰ=চেতন।

ৰাধা গোপি সমে ৰাস ক্ৰুড়াৰ কালত।
সেহি কালে মোক শ্যামি লভিবা সতত ॥ ৭৭৩
শ্ৰীদামৰ সাজে ৰাধা গোলোকক জাইবা।
ৰাধাৰ ইচায়ে বৃকভানু শৃতা হৈইবা॥
ৰাধিকাৰ চায়া হুয়া তুমি থাকিবাহা।
অভিমন্যু ৰাজা পাছে তোমাক বিহাইবাহা॥৭৭৭
সেহিবেলা ৰাধাযতি হৈব অন্তৰ্ধ্যান।
তুমি বৃন্দা সতি হৈবা ৰাধাৰ সমান॥
তোমাক বিবাহ কালে দিয়া ৰাধা সতি।
ৰাধা ৰহিবেক মোৰ লগত সম্প্ৰতি॥ ৭৭৮
ৰাধা বুলি জানিবেক গোকুলৰ লোক।
গোপিগনে ক্ৰুড়াকালে লভিবাহা মোক॥
স্বপ্ন জাগৰনে মোক নেৰা ৰাধা সতি।
গোত কৰি আনে নজানয় মহামতি॥ ৭৭৯
মোহোৰ কোলত সৰ্ব্বদায় থাকা ৰই।
মোৰ সক্তি ৰাধা দেবি জানা সমুদাই॥
বিষ্ণুৰ বচনে বৃন্দা আয়ুসক দিলা।
বৃন্দাৰ আয়ুসে ধৰ্ম্ম তেখনে উঠিলা॥ ৭৮০
শ্ৰীমন্ত সুন্দৰ ধৰ্ম্ম পুৰ্ন্ন মনোহৰ।
তপ্ত সুবৰ্নৰ বৰ্ন্ন দেহা ৰুচিকৰ॥
প্ৰনাম কৰিলা ধৰ্ম্মে পাছে গোবিন্দক।
ব্ৰহ্মাক প্ৰনামি পাছে নমিলা হৰক॥ ৭৮১
প্ৰকৃতিক প্ৰনামিলা পাছে ধৰ্ম্মৰাই।
দশ গুণ তেজ বল পুৰ্ন্ন ভৈল কাই॥
বৃন্দা নিগদতি সুনিয়োক দেৱগন।
ক্ষয় হৈবি তিনিবাৰ বুলিলো বচন॥ ৭৮২
সান্তি কন্যা বাক্য জানা অতি দৃঢ়ত্তৰ।
মিচা নুহিবেক বেদ বাক্য সমসৰ।
আতি কোপে ত্ৰিবাৰ সাপ দিলো মই।
আৰু বাৰ সাপ দিবে চাহিলো নিচ্ছয়ী॥ ৭৮৩
কণ্ঠে মাত্ৰ আইলা বানি নাসিল মনত।
সেহিবেলা সুৰ্য্যে আসি বাধা কৰিলন্ত॥

সত্যে পুৰ্ন্ন হৈবে ধৰ্ম্ম জানা মহাসই।
পদ হিন হৈবে ধৰ্ম্ম ত্ৰেতাত নিশ্চয়॥ ৭৮৪
দ্বাপৰ যুগত দুইবে পদে ধৰ্ম্ম ক্ষয়।
কলিৰ আদিত পদে ৰৈব সুনিশ্চয়॥
কলিৰ সেষত সিয়ো পাদ ক্ষয় হৈব।
কলিৰ সেষত পাপ পুৰ্ন্ন হুয়া ৰৈব॥ ৭৮৫
মোৰ মুখে তিনিবাৰ বচন বেকত।
তিনি পাদ ক্ষয় হৈব কলিৰ আদিত॥
কলা ভাগে প্ৰবৰ্ত্তিব কালৰ মধ্যত।
চাড়ি পদ ক্ষয় হৈব কলিৰ মধ্যত॥ ৭৮৬
কলি সেষে ধৰ্ম্ম জানা সুতিয়া ৰহিব।
অধৰ্ম্মৰ চাড়ি পদে যুড়িয়া থাকিব॥
আত অনন্তৰে কথা সুনা ব্ৰজেশ্বৰ।
গোলোকৰ পৰা ৰথ আসিলা সত্যৰ॥ ৭৮৭
আমোল্য ৰতমে নিৰ্ম্মিলন্ত মনোনিত।
হিৰা হাৰ মনি গাৰ মানিকে সোভিত॥
না না অলঙ্কাৰে ৰঞ্জি আছে ৰথখান।
ৰুন ঝুন সব্দ কৰে অমোল্য বিমান॥ ৭৮৮
মুকুতাৰ জালা জলে আতি বিৰজিত।
অগ্নি সুদ্ধ বস্ত্ৰ সমে চামৰে ভুষিত॥
হেনয় বিমান দেখিলন্ত দেৱগণ।
পাছে বৃন্দা নমিলন্ত কৃষ্ণৰ চৰণ॥ ৭৮৯
হৰক প্ৰণাম কৰি ব্ৰহ্মাক নমিলা।
সৰ্ব্ব দেৱগণক একত্ৰে প্ৰণামিলা॥
অনন্তৰে বৃন্দাদেবি তথাতে চৰিলা।
ত্বৰিত গমনে পাছে গোলোকে চৰিলা ৭৯০
ধৰ্ম্মক আস্বাসি হৰি নিজ থানে গৈলা॥
সৰ্ব্বদেৱগণ স্বকি স্বকি থানে ৰৈলা।
সুনা সমাজিকগন কেদিন জিৱন।
কায়-বাক্য মনে ভজিয়োক নাৰায়ণ॥ ৭৯১
কামাতুৰ ধৰ্ম্ম ৰাইৰ দেখিয়ো বিলাই॥
কৃষ্ণৰ ভজন বিনে আন গতি নাই।

কলি মলে ব্যাপিলেক সমস্তলোকত॥
ধন জন দেহগেহ সবে আসাস্বত॥ ৭৯২
কৃষ্ণৰ চৰণ বিনে আন গতি নাই।
সর্ব্বদায়ে ভক্তি ভাৱে ভজা জন্তুবাই॥
পিতৃ মাতৃ আদি কৰি জত বন্ধুগন।
সবে আসাস্বত মানি ভজা নাৰায়ণ॥ ৭৯৩
সংসাৰৰ সুখচয় সবে স্বপ্নময়।
হেন জানি সাধু সঙ্গে ভজা দায়াময়॥
ভাৰত বৰিস পুন্য স্থান অনুপাম।
কলিযুগে নৰতনু মাধৱৰ নাম॥ ৭৯৪
চাৰিয়ো সঞ্জোগে মুক্তি জানা অনুপাম।
বলোৰাম বিপ্রে ভনে বোলা ৰাম ৰাম॥

## ঋষিসকলৰ শ্ৰীকৃষ্ণ দৰ্শন আৰু শ্ৰীকৃষ্ণৰ মাহাত্ম্য বৰ্ণন।

### পদ।

নন্দ নিগদতি সুনিয়োক কৃপাময়।
তোমাৰ স্বৰূপ বেদগনো নজানয়॥
বেদজ্ঞ সকলে থিৰ কৰিবেক মনে।
হেন দেৱ নাৰায়ন পষিলো সৰনে॥ ৬৭৩
ব্ৰহ্মা আদি কৰি যত সুৰাসুৰ নৰে।
অনন্তক আদি কৰি সিদ্ধ মুনি বৰে॥
তোমাক নিচ্চয় কৰিবাক নপাৰয়।
তোমাৰ স্বৰূপ বেদ কহা কৃপাময়॥ ৬৭৪
নাৰায়ন বদতি সুনিয়ো মুনিবৰ।
আত অনন্তৰে কথা জেন মনোহৰ॥
নন্দ সমে জ্ঞান কৈই আছা নাৰায়ন।
সেহিবেলা আসিলেক যত মুনিগন॥ ৬৭৫
কৃষ্ণক দেখিবে প্ৰতি আইলা দেৱগন।
ব্ৰহ্ম তেজে প্ৰজলিত প্ৰফুল নয়ন॥
পুলস্তি পুলহ ক্ৰুটু অঙ্গিৰা ভৃগুৰ।
প্ৰচেতা দুৰ্ব্বাষা আসিলন্ত মুনিবৰ॥ ৬৭৬

পালিনি কনাদ গৌতম জে কাত্যায়ন।
সনক সনন্দ সনাতন তপোধন॥ ৭৯৫
কপিল আসুৰি বটু পঞ্চসি অপৰ।
বৃহস্পতি গাম্য বাস্যে ব্যাধে মুনিবড়॥
জৈমুনি সুমন্ত ঋষ্যশৃঙ্গ ঋষি সুক।
জজ্ঞেঁাবল্ক সৌভৰি মৃকণ্ডু সুভান্দক॥ ৭৯৬
ভৰদ্বাজ জটিলেক মাৰ্কণ্ডেৱ বড়।
লোমস কৰি কঙ্কন ভাৰ্গুৰি অপৰ॥
বকদক্ষ অস্টবক্ৰে সতানন্দ ঋষি।
বামদেৱ সম্বত্ৰ উপঙ্ক মহাজসি॥ ৭৯৭
পশুৰাম অজনি অগস্তি যুদ্ধামন্যু।
শ্ৰুংশ্ৰৱা পৈল গৌৰমুখ উপমন্য॥
মৈত্ৰেৱ চেৱন কৰ থজ্ঞে কস্য বড়।
মই সমে নৰঋষি গৈল তাত পৰ॥ ৭৯৮
ঋষি সকলক দেখি পাচে দেৱ হৰি।
সভাসমে আগ বাঢ়ি গৈলন্ত সাদৰি॥
নমস্কাৰ কৰি কৃতাঞ্জলি কৰি।
ৰত্ন সিংহাসনে বসুআইলা দেৱহৰি॥ ৭৯৯
বিধিৱতে পুজা কৰি কুসল পুচিলা।
কৃষ্ণক মধ্যত লৈয়া ঋষি আবৰিলা॥
পৰস্পৰে সম্ভাষা কৈলন্ত ৰুচিকৰ।
অনন্তৰে তেজ ৰূপ দেখিলা অপৰ॥ ৮০০
আকাসৰ পৰা প্ৰজ্বলিত তেজৰাসি।
মুনিসমে কৃষ্ণ দেৱে দেখিলাহা আসি॥
কতোক্ষনে দেখিলেক বালক আকাৰ।
সুবৰ্ন্নৰ বৰ্ন্ন পঞ্চ বৰ্সৰ কুমাৰ॥ ৮০১
তেজসৰ অভ্যান্তৰে দেখিলন্ত আৰ।
ব্ৰহ্মতেজ প্ৰজলিত সনত কুমাৰ॥
সৰিৰত নগ্নবেস জটা প্ৰজলিত।
আৰিৰ্ভাৱ কৈলা সভামধ্যে বিপৰিত॥ ৮০২
হেন অথনিক দেখি সবে মুনিগন।
সিঘ্ৰ কৰি উঠি গৈয়া নমিলা চৰন॥

গোবিন্দেয়ো সিত্ৰ কৰি চৰণে নমিলা।
আসির্ব্বাদ কৰি ঋষি সভাত বসিলা॥
সনত কুমাৰ মুনি বুলিলা বচন।
সুনিয়োক কৃষ্ণদেৱ সুনা মুনিগন। ৬৮৫
কুসল প্ৰস্নৰ সুদ্ধি অন্যত্ৰত হয়।
তোমাত কুসল প্ৰস্ন দেৱ নঘাটয়॥
কুসল প্ৰস্নৰ সিদ্ধি তপস্যাৰ ফল।
কৃষ্ণৰ কুসল প্ৰস্ন জানিবা নিস্ফল॥ ৬৮৬
সম্প্ৰাতে কুসল প্ৰভু ইশ্বৰ দর্সন।
নিৰ্গুন নিবিহ সৰ্ব্ব বিজ্ঞৰ কাৰণ॥
ভুভাৰ সংহাৰ কাজে ভৈলা অৱতাৰ।
জগত ইশ্বৰ হৰি দেখিলোহো আৰ॥ ৬৮৭
কৃষ্ণ নিগদতি সুনিয়োক মুনিবড়।
সৰিৰ কুসল ভৈল প্ৰস্নৰ গোছড়॥
মোহোত কুসল প্ৰস্ন কেন নঘটয়।
ইহাৰ কাৰন ঋষি কহিয়ো নিচ্চয়॥ ৬৮৮
সনত বদতি প্ৰভু সুনিয়ো কেসৱ।
প্ৰকৃতিৰ জিতো দেহৰ সঙ্গ ভয়॥
সেহিদেহে কুসল প্ৰস্নৰ সঙ্গ হয়।
তোমাৰ সৰিৰ ইতো প্ৰাকৃত্য নহয়॥ ৬৮৯
নিত্য ৰূপ দেহাত কুসল ৰথ নাই।
হেনজানি তুষ্ট মোত তোৱা জন্তুৰাই॥
ভগৱন্ত বদতি সুনিয়ো ঋষিৰাজ।
দেহমাত্ৰ প্ৰকৃতিৰ নাহিকয় বাঝ॥ ৬৯০
প্ৰকৃতিত পৰে দেহ মাত্ৰ নঘটয়।
ইহাৰ কাৰন সুনিয়োক মহাসয়॥
সনত বদতি সুনিয়োক কৃপাময়।
স্তুক্ৰ সোনিতৰ দেহা প্ৰকৃতি বোলয়॥ ৬৯১
সর্ব্ব অৱতাৰৰ কাৰন জন্তুৰাই।
কাৰনৰো কাৰনজে আদি অন্ত নাই॥
বেদগনে তোমাক বোলয় নাৰায়ন।
কান্তিৰূপ নিত্য পৰমাত্মা সনাতন॥ ৬৯২
মায়াৰেসে গুণ ৰূপ ধৰা নাৰায়ন।
বিসেসত নিৰ্গুন নিৰহ অকাৰন॥
কৃষ্ণ নিগদতি সুনিয়োক মহাসয়।
কুসল প্ৰস্নৰ সিদ্ধি কেনে নঘটয়॥ ৬৯৩
সনত কুমাৰ তুমি সুনিয়ো নিৰ্ন্নয়।
সনত বদতি সুনিয়োক কৃপাময়।
বাসুদেৱ পদৰজে সুনিয়ো নিৰ্ন্নয়।
বাসুদেৱ বুলি আক তোমাত নিবাস। ৬৯৪
দেৱ বুলি দিপ্তিকৰা জগত নিবাস॥
বাসুদেৱ সব্দে পৰমব্ৰহ্মক বোলয়।
ইশ্বৰৰ বাসুদেৱ নাম বুলি কয়॥
ইতিহাস পুৰান সংহিতা সাস্ত্ৰ চাই।
বাসুদেৱ নাম ৰূপ তোমাকে বোলয়॥ ৬৯৫
সাখিৰূপ ধৰ্ম্ম চিত্ৰ আদি দেৱগন।
সাস্বতে কুসল তুমি বৈষ্ণৱতে সাৰ।
তযু আগমনৰ নিমিত্তে কহ আৰ॥
সনত বদতি সুনিয়োক ঋষিগন।
আতি সিত্ৰ কৰি মঞিঁ অন্নৰ কাৰণ॥
জাহাৰ নিমিত্তে আইলো সুনা মুনিগন॥ ৬৯৫
জগত ইশ্বৰ হৰি প্ৰভু ভগৱন্ত।
জগতৰ আত্মা কৃষ্ণ নাহি আদি অন্ত॥
জগতৰ ইশ্বৰ তোমাত পৰে নটে।
প্ৰতি প্ৰতি জিজ্ঞাঁয কৰিলো জন্তুৰাই॥ ৬৯৬
কৃষ্ণ নিগদতি সুনিয়োক দ্বিজবৰ।
জজ্ঞঁ ব্ৰত তপস্যাৰ মঞিঁসে ইশ্বৰ॥
দক্ষিনা সহিতে জজ্ঞাঁদিৰ ফল পাই।
দক্ষিনা নভৈলে জজ্ঞাঁদিৰ ফল নাই॥ ৬৯৭
সততে ফলক দিয়ো দক্ষিনা সহিতে।
মোহোতে অৰ্প্পিয়ো জিতো সাৱধান চিত্তে॥
সনত কুমাৰে সুনি কৃষ্ণৰ বচন।
জাইবে খোজে সিঘ কৰি দেখি মুনিগন॥৬৯৮
ঋষিগন বদতি সুনিয়ো মুনিগন।
কুমাৰ করুনাময় ভাগ্যে পাইলো লাগ॥

কৃষ্ণ সমে কিবা গোপ্য কথা সমাচাৰ।
কহিয়ো কৃপাল তুমি সনত কুমাৰ। ৬৯৯
কিবা আচৰ্য্যক শুনিলাহা মুনিবৰ।
আতুৰ স্বভাৱ দেখো কহিয়ো সত্তাৰ॥
আত অনন্তৰে ব্ৰহ্মা পাৰ্ব্বতি সঙ্কৰ।
অনন্ত শ্ৰীসূৰ্য্য ধৰ্ম্ম বসু নিৰাকাৰ॥ ৭০০
আদিত্য দিগপাল একাদস ৰুদ্ৰগন।
কৃষ্ণক দেখিবে লাগি আসিলা তেখন॥
দেৱগনে আসিবাৰ দেখি নাৰায়নে।
তাৰক্ষনে উঠি পুজা কৰিলা তেখনে॥ ৭০১
পাদ্য অৰ্ঘ্য আচমনি মধুপৰ্ক্ক দিলা।
মুনিগনে ব্ৰহ্মা হৰ গৌৰিক নমিলা॥
অনন্তক নমি পাছে আসনে বসিলা।
মুনি দেৱগনৰ সন্তোসা বৰ ভৈলা॥ ৭০২
সনত কুমাৰ মুনি মধ্যত বসিলা।
শুন দেৱ মুনি বুলি কহিবে লাগিলা॥
সনত কুমাৰ শুনা ঋষি দেৱলোক।
কৃষ্ণক দেখিবে লাগি গৈলোহো গোলোক॥ ৭০৩
গোলোকত ৰাধা সমে নেদেখি কৃষ্ণক।
আতি সিঘ্ৰ কৰি গৈলো মই বৈকুণ্ঠক॥
বৈকুণ্ঠনাথক মঞিঁ তৈতো নেদেখিলো।
পাছে খিৰ সাগৰৰ তিৰতে বসিলো॥ ৭০৪
খিৰ দধি তিৰে স্বেত দ্বিপ মনোহৰ।
বৈকুণ্ঠ সদৃস স্থান আতি ৰুচিকৰ॥
হৰিক নেদেখি তৈতো পৰিশ্ৰান্ত ভৈলো।
পুচিবাক মনে খিৰ সাগৰক গৈলো॥ ৭০৫
বালিমধ্যে পৰি আছে কস্যপ ডাঙ্গৰ।
সতেক জোযন মানে আতি ভয়ঙ্কৰ॥
ভয়ে কম্পমান সিতো দুখত সুৰাই।
ততোধিক ডাঙ্গৰ মনুষ্য ধৰি খাই॥ ৭০৬
ৰাঘৱ বৰালি তাক খেদিয়া আনিলা।
তাহাৰ মুখৰ এৰাই বালিত পৰিলা॥

মঞিঁ বোলো ধন্য তুমি কস্যপ ডাঙ্গৰ।
কস্যপে বোলয় মোত কৰি আছে বড়॥ ৭০৭
খিৰদ সাগৰ ধন্য শুনা মুনিবড়।
মোত কৰি ধিক জন্তু আছয় ডাঙ্গৰ॥
পৃথিবিক বুলিলোহো ধন্য বসুমতি
ভুমি বোলে ধন্য মই নোহো বসুমতি। ৭০৮
অনন্তেসে ধন্য মোৰ আধাৰ নিচ্চয়।
কৃষ্ণে সমে জগতকে ধৰিয়া আছয়॥
অনন্তক বুলিলো তুমিযে ধন্য সাৰ।
অনন্তে বুলিলা ধন্য নোহো মঞি আৰ॥ ৭০৯
মোহোৰ অধৰা কৰ্ম্ম ধন্য মুনিবড়।
সমকৰ মতে মঞিঁ থাকোহো উপৰ॥
গজৰ উপৰে জেন মসে কথা কয়।
মোৰো সেহিমত জানিবাহা মহাসয়॥ ৭১০
কুৰ্ম্মকো বুলিলো গৈয়া ধন্য কুৰ্ম্ম বিৰ।
কুৰ্ম্মে বোলে নোহো ধন্য শুনা মুনিবৰ॥
বিশ্বৰ আধাৰ মহা বায়ু ধন্য তুই।
ধন্য মহা বায়ু তুমি বুলিলোহো মঞিঁ॥ ৭১১
বায়ু বোলে ধন্য মই নোহো দ্বিজবৰ।
মোত কৰি ধন্য জানিবাহা সৃষ্টিকৰ॥
জগতক শ্ৰজি আছে জগত্ত ইশ্বৰ।
ব্ৰহ্মাক বুলিবা ধন্য শুনা মুনিবৰ॥ ৭১২
ধন্য শৃষ্টিকৰ তুমি জগততে সাৰ।
ব্ৰহ্মা বোলে নোহো ধন্য শুনিয়ো কুমাৰ॥
যোগিন্দ্ৰ গনৰ মধ্যে ধন্য গনেশ্বৰ।
গনেসত পৰে মুনি নাহি শ্ৰেষ্ঠতৰ॥ ৭১৩
শুনিয়ো গনেষ তুমি ধন্য মধ্যে সাৰ।
গনেষে বুলিলা মই নোহো ধন্য আৰ॥
ধন্য বুলি জানিবাহা বেদৰ বচন।
প্ৰবৰ্ত্তায়া আছে শুভাশুভ কৰ্ম্মগন॥ ৭১৪
বেদ বিহিতক ধৰ্ম্ম বোলে মহাসয়।
বেদৰ নিষেধ জানা অধৰ্ম্ম নিচ্চয়॥

পুৰাণ ভাৰত আদি কৰি সাস্ত্ৰচয়।
বেদৰ সম্মত জানিবাহা মহাসয়॥ ৭১৫
বেদক জানিবা ঋষি দেৱ নাৰায়ন।
বেদৰ বিহিত পুজ্য জানা দেৱগন॥
বেদক বুলিলো ধন্য স্থুনা দেৱগন।
ধন্য নোহো দেৱগনে বুলিলা বচন॥ ৭১৬
আমি বিহি আচো জিতো জিতো জজ্ঞ চয়।
জজ্ঞ গন ধন্য জানিবাহা মহাসয়॥
জজ্ঞেঁসে ফলক দেই স্থুনা দ্বিজবড়।
জজ্ঞ বিনে জগতৰ নাহি শ্ৰেষ্ঠত্তৰ॥ ৭১৭
জজ্ঞৰ সমিপে গৈয়া পুছিলোহো মঞিঁ।
স্থুনা জজ্ঞগন ধন্য তোমাক বোলই॥
জজ্ঞ বোলে ধন্য আমি নোহো দ্বিজবড়।
কৰ্ম্মে ধন্য জানিবাহা সমস্তে পুন্যৰ॥ ৭১৮
কৰ্ম্মৰ থানক গৈয়া পুছিলোহো আমি।
স্থুনা কুৰ্ম্মগন ধন্য তোমাক নিয়মি॥
কৰ্ম্মে বোলে ধন্য নোহো স্থুনা মুনিবড়।
কৰ্ম্ম ফল দাতা ধন্য জগত ইশ্বৰ॥ ৭১৯
কৃষ্ন পৰমাত্মা জাৰ নাহি আদি অন্ত।
ধন্য ধন্য নাৰায়ন প্ৰভু ভগৱন্ত॥
সমস্ততে বিচাড়িয়া তোমাক নপাইলো।
কৰ্ম্মৰ বচনে মই মথুৰাক আইলো॥ ৭২০
মথুৰাক আসি মই তোমাক দেখিলো।
পৰিপুৰ্ন্ন ব্ৰহ্মাক সাক্ষাতে আসি পাইলো॥
জজ্ঞ ব্ৰত তপ স্থুভ কৰ্ম্মৰ ইশ্বৰ।
ফল দাতা জজ্ঞাদিৰ তুমি মহেশ্বৰ॥ ৭২১
কাৰনৰ কাৰন তুমিযে জগতৰ।
পুৰ্ব্ব কথা কহিলোহো মুনি নিৰন্তৰ॥
দেৱগন আগে স্থুনা মুনিগন মই।
ধন্য কৃষ্ন বাস্থুদেৱ বুলিলো নিচ্চয়॥ ৭২২
কৃষ্নে বুলিলন্ত স্থুনা সনত কুমাৰ।
দক্ষিনা সহিতে ধন্য জানা সাৰে সাৰ॥
দক্ষিনা সহিতে কৰ্ম্ম ফল দাতা মই।
দক্ষিনা নভৈলে কৰ্ম্ম বিফল নিচ্চয়॥ ৭২৩
জজ্ঞ ব্ৰত তপস্যাৰ ভুত কৰ্ম্ম গন।
দক্ষিনা সহিতে ফল ধৰে তপোধন॥
দক্ষিনা নভৈলে ক্লেস পাৱে নৰগন।
ফলদাতা মইসে জানিবা সনাতন॥ ৭২৪
এহি গোপ্য কথা মোত কৈলা নাৰায়ন।
সমস্তে গোপনি কথা কৈলো মুনিগন॥
দক্ষিনা সহিতে জজ্ঞ ফল দাতা হয়।
দক্ষিনা নভৈলে কৰ্ম্ম বিফল হৱয়॥ ৭২৫
ব্ৰাহ্মনক লাগি দান গনক কৰয়।
ব্ৰাহ্মনক দেবো বুলি পাছত নেদয়॥
একে ৰাত্ৰ ভৈলে লাগে দক্ষিনা দুগুন।
মাসৰ অতিতে জানা হৱে সত গুন॥ ৭২৬
দুমাসৰ অন্তে জানা সহস্ৰ হৱয়।
সম্বস্বৰ ভৈলে সিতো নৰকে পচয়॥
বৎসৰ সহস্ৰ পড়ি থাকে নৰকত।
মুত্ৰকুণ্ডে পড়ি দুখ ভুঞ্জেঁ নানা মত॥ ৭২৭
তাত পাছে চাণ্ডালৰ ঘৰে জন্ম হই।
দাতা প্ৰতি গৃহি দুয়ো নৰকে পৰই॥
বৎসৰ সহস্ৰ মানে নৰকে পচয়।
পুৰোহিত সমে চাণ্ডালত জন্ম হয়॥ ৭২৮
মহাব্যাধি যুক্ত হুয়া চাণ্ডালৰ ঘৰে।
মহা পাপি হুয়া দুয়ো ফল ভোগ কৰে॥
সনতৰ বাক্যে দেৱ মুনি নিৰন্তৰে।
বিস্ময় হাসিয়া ৰৈলা কৃষ্নৰ মন্দিৰে॥ ৭২৯
জগত ইশ্বৰ কৃষ্ন জানি নন্দৰাই।
কান্দিবে লাগিলা গুন বৰ্ন্নাই বৰ্ন্নাই॥
লাজ এড়ি নন্দ ৰাজা সোকত আকুল।
বন্ধনাদি কৰ্ম্ম চাড়ি জেহেন বাতুল॥ ৭৩০
সেহিবেলা পাৰ্ব্বতিয়ে বুলিলা বচন।
মোহ পাস তেজি নন্দ স্থিৰ কৰা মন॥

নন্দ নিগদতি প্ৰভু দেৱ নাৰায়ন
কুচ্ছিত বনিয়া গৃহে জেহেন ৰতন ॥ ৭৩১
ৰতন মানিক দুই গৃহত আচয়।
কুচ্ছিত বনিয়া জাতি তাক নজানয়।
মোৰ সেহি পটন্তৰ জগত ইশ্বৰ।
মোৰ অপৰাধ ক্ষেমা কৰা দামোদৰ ॥ ৭৩২
পুনৰপি গোকোলে নজাইবা দেৱহৰি।
জমুনাৰ তট বৃন্দাবন অনুসৰি ॥
তোমাৰ ক্ৰিড়াৰ থান আতি মনোৰম।
গোপ সিসু সমে তুমি ক্ৰিড়িলা উত্তম ॥ ৭৩৩
ষযোদাৰ কোলাত বষিলা পুৰ্ব্বৰতে।
তোমাক নেদেখি মই জিবো কেনমতে ॥
গোপিকাৰ সমিপক নজাইবাহা হৰি।
নিতে নিতে সন্তাপিত তোমাক স্মৰি ॥ ৭৩৪
কিবা কথা কহিবোহো আগে যযোদাৰ।
ৰাধাৰ আগত কিবা কহিবোহো সাৰ ॥
তযু পৃয় পাত্ৰ প্ৰভু বালক সকল।
শ্ৰীদাম সুদাম বসুদাম মহাবল ॥ ৭৩৫
তোক কৃষ্ন সুবলক আদি কৰি যত।
কিবা কথা কহিবোহো বালক গনত ॥
এহি বুলি নন্দ ৰাজা সোকে আসনত।
মূৰ্চ্চা গৈয়া পড়িলন্ত সভাৰ মধ্যত ॥ ৭৩৬
মূৰ্চ্ছিত নন্দক দেখি পাছে দেৱ হৰি।
প্ৰবোধ কৰিলা কৃষ্নে তাঙ্ক কোলে ধৰি ॥
নন্দ কৃষ্ন কথা ৰস স্বাদ মধ্যে সাৰ।
শ্ৰদ্ধা ভাৱে সুনি কৰে জিৱৰ নিস্তাৰ ॥ ৭৩৭
ৰাধা কৃষ্ন নাম একবাৰ উচ্চৰয়।
সৰ্ব্বপাপ নষ্ট কৰি নিস্পাপ হোৱয় ॥
ৰাধা কৃষ্ন নাম স্মৰি ফুৰা সৰ্ব্বক্ষন।
জগত ইশ্বৰ হৰি তুষ্ট নাৰায়ন ॥ ৭৩৮
ৰাধা কৃষ্ন বানি মুখে বুলিবা সৰ্ব্বথা।
পৰম আনন্দে সুনিয়োক কৃষ্ন কথা ॥

বিষয়ৰ সুখ জত বিষ্টাৰ সমান।
তাক তেজি গোবিন্দক কৰিয়োক ধ্যান ॥ ৭৩৯
কৃষ্নৰ চৰনে মনে কৰিয়ো ভকতি।
কিচো কিচো কৰি বিষয়ত তেজা মতি ॥
সুনা সমাজিক গন ভজা দেৱ হৰি।
বোলা ৰাধা কৃষ্ন বানি কৃষ্নক স্মৰি ॥ ৭৪০
সংসাৰ তৰিবা জানি তেজা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

---

## শিৱ স্তোত্ৰ।

পদ।

কৃষ্ন নিগদতি পিতৃ লভিয়ো চেতন।
জল বুদ বুদ জেন অথিৰ জিৱন ॥ ৭৪১
সবে চৰাচৰ পিতৃ জানা মায়াময়।
সোক পাষ তেজি স্বস্ত হোৱা মহাসয় ॥
মায়াৰ অধিন পিতৃ জগত নিচ্চয়।
মায়াক কৰিও তুতি তুমি মহাসয় ॥ ৭৪২
বিষ্নোময় সনাতন জানিবাহা মোৰ।
জগতকে ব্যাপি আছে মহা ব্যাধি ঘোৰ ॥
পুৰ্ব্বে সিবে তৃপুৰক বধিবে নপাৰি।
বন গ্ৰস্ত ভয়াকুল ভৈলা তৃপুৰাৰি ॥ ৭৪৩
জিতো স্তোত্ৰে তৃপুৰক বধিলন্ত হৰ।
সেহি স্তোত্ৰ কহো সুনা পিতৃ ৰুচিকৰ ॥
সৰ্ব্বমোহ গুচিবেক তোমাৰ নিচ্চয়।
সৰ্ব্ব বাঞ্চা সিদ্ধি হৈব জানামহাসয় ॥ ৭৪৪
নন্দ নিগদতি প্ৰভু কৃষ্ন কৃপাময়।
কহিয়োক স্তোত্ৰ ৰাজা তোমাত নিচ্চয় ॥
সুবিনিতা সিস্য প্ৰভু মই নাৰায়ন।
জদি যোগ্য হওঁ কহিয়োক সনাতন ॥ ৭৪৫
দুৰ্গতি নাসিনি দেবি স্তোত্ৰ জে দুৰ্গাৰ।
দেৱৰ জনক তুমি কহিয়োক সাৰ ॥

ভগৱন্ত নিগদতি শুনা ৰাজা নন্দ।
বিঘ্নি নষ্ট কৰি স্তোত্রে কৰাৱে আনন্দ। ৭৪৬
তৃপুৰৰ ৰনে শ্ৰান্ত মহাদেৱ ভৈলা।
সেহিবেলা নাৰায়নে ব্ৰহ্মাক বুলিলা॥
মায়াক আৰাধি সিৱে তৃপুৰ বধোক।
স্তোত্র ৰাজা হাসিবে তেজন্তোক সোক॥ ৭৪৭
বিষ্ণোৰ বচনে ব্ৰহ্মা গৈলা তেতিক্ষনে।
সক্ৰগ্ৰাস্ত ৰথত পতিত তৃনয়নে॥
সক্ৰৰ সায়কে বান্ধি আছে কলেৱৰ।
অচেতন হুয়া পৰিলন্ত মহেশ্বৰ॥ ৭৪৮
সেহিবেলা ব্ৰহ্মা গৈয়া বুলিলা বচন।
উঠা উঠা মহেশ্বৰ লভিয়ো চেতন॥
স্তোত্র ৰাজ লৈয়ো তুমি জগততে সাৰ।
এহি স্তোত্র ঋপুচয় কৰিয়ো সংসাৰ॥ ৭৪৯
ইশ্বৰৰ আজ্ঞাঁ বানি সুনি তৃনয়ন।
সক্তিক সহাই কৰি বধা সক্ৰগন॥
সক্তি বিনে কোনে কাক জিনিবে পাৰয়।
সক্তি সমে যুদ্ধ কৰি তুমি হোৱা জয়॥ ৭৫০
ব্ৰহ্মাৰ বচনে হৰে কৰি নমস্কাৰ।
গ্ৰহন কৰিল স্তৱ কৰি সতকাৰ॥
নমস্কাৰ কৰি হৰে তুতি আৰম্ভিলা।
স্তোত্র সেৱা জপি পাছে গৌৰিক বুলিলা॥৭৫১
বিষ্ণোক মনত স্মৰি বুলিলন্ত বানি।
মোহোৰ সমন্ধি তুষ্ট হোৱা ঠাকুৰানি॥
ৰাখা ৰাখা দুৰ্গা দেবি সঙ্কট সময়।
বিষ্ণোময় সনাতন দেবি মহামায়া॥ ৭৫২
বেদৰ জননি দেবি জগত মোহনি।
বৈকুণ্ঠত মহালক্ষ্মি তুমি সনাতনি॥
সপ্ত স্বৰ্গে স্বলক্ষনি জগত ব্যাপিনি।
ৰাজ লক্ষ্মি ৰাজ গৃহে সম্পন্নি ৰূপিনি॥ ৭৫২
পাতালত দেৱ লক্ষ্মি দেৱ কাত্যাঅনি।
মনুস্যৰ গৃহে গৃহে সম্পন্নি ৰূপিনি॥
সৰ্ব্ব সস্য ৰূপ তুমি ঐস্বৰ্য্য দায়িনি।
সমস্তৰে কাৰ্য্যৰূপ তুমি বিধায়িনি॥ ৭৫৩
ব্ৰহ্মাণ্ড স্বৰূপ সক্তি দেৱি ভগৱতি।
বাক্য ৰূপ জগতৰ তুমিযে ধাৰিনি॥
প্ৰাণ অধিষ্টাতা দেৱি তুমিসে কৃষ্ণৰ।
ৰাধা হুয়া থাকা গোলোকত নিৰন্তৰ॥ ৭৫৪
মোক ৰক্ষা কৰা দেৱি সঙ্কট সময়।
মোহোৰ সহাই হুয়া বধা ঋপুচয়॥
আনো নানা তুতি হৰে কৰিলা মায়াক।
পদ বাহুল্যাক ডৰে নিলিখিলো তাক॥ ৭৫৫
ৰথত পড়িয়া জেবে আছিলা সঙ্কৰ।
ৰণত হাৰিয়া তুতি কৰিলন্ত হৰ॥
সিৱৰ আগত দেৱি আবিৰ্ভাৱ ভৈলা।
কৌটি সূৰ্য্য সম দেৱি প্ৰকাস কৰিলা॥ ৭৫৬
হৃদি গত হুয়া হৰি দুৰ্গাক পাঞ্চিলা।
সিৱৰ জয়ৰ হেতু আবিৰ্ভাৱ ভৈলা।
মহামায়া বদতি স্বনিয়ো মহেশ্বৰ।
মক্ৰিঁ সক্তি সমে ঋপু বধিয়ো সত্বৰ॥ ৭৫৭
বড় লৌউ মহাদেৱ বাঞ্চিত মনৰ।
সৰ্ব্ব দেৱগণ মধ্যে তুমি শ্ৰেষ্টত্তৰ॥
মহাদেৱ বদতি স্বনিয়ো সুৰেস্বৰি।
অসুৰৰ ক্ষয় বড় দিয়ো ঝাণ্ট কৰি॥ ৭৫৮
অসুৰ সংহাৰ ভৈলে সেহি মোৰ বৰ।
স্বনি মহামায়া বোলে স্বনা মহেশ্বৰ॥
হৰিক স্মৰিয়ো হৰ জগত ইশ্বৰ।
দেবিৰ বচনে সিৱে চিন্তিলা সত্বৰ॥ ৭৫৯
জগত ইশ্বৰ বিষ্ণো তেখনে আসিলা।
মন্ত্রসমে পাসুপত্র অস্ত্র সব দিলা॥
সেহিবেলা দুৰ্গা দেবি আনি দিলা অৰ্ঘ্য।
পিনাক ধেনুক দিলা বিষ্ণো আদি সুল॥ ৭৬০
সিৱৰ ৰথক সিৱে দাঙ্গিয়া ধৰিলা।
কালৰূপে বৃষ হুয়া সিবক ৰহিলা॥

বিষ্ণোক প্ৰনামি হৰে অস্ত্ৰক ধৰিলা।
মন্ত্ৰ অভিসেকে অস্ত্ৰ সন্ধানে মাৰিলা॥ ৭৬১
তৃপুৰৰ সিৰ কাটি তেখনে পেলাইলা।
সঙ্কৰৰ সিৰে দেৱ পুষ্প বৰষিলা॥
ব্ৰহ্মা আসি সুভাসিস দিলন্ত সাদৰি।
আলিগনে সুভাসিস দিলা মান্য কৰি। ৭৬২
গন্ধৰ্ব্ব কিন্নৰ গনে স্নানক কৰিলা।
দেৱগনে মহাৰঙ্গে নাচিবে লাগিলা।
স্ত্ৰোত ৰাজস্তুই কৈলো আগত তোমাৰ।
সৰ্ব্বপাপ বিনাসন স্তোত্ৰ মধ্যে সাৰ॥ ৭৬২
সৰ্ব্ব মনোৰথ সিদ্ধি হোৱে সাৰোদ্ধাৰ।
স্তোত্ৰৰাজ পাঠ মাত্ৰে পাতেক নিস্তাৰ॥
ৰণে সক্ৰ চয় হৈবে আপুনাৰ জয়।
পুত্ৰ পৌত্ৰ বৃদ্ধি হৱে সুনা মহাসয়॥ ৭৬৩
দেৱৰ মধ্যত বিষ্ণো যেন পুৰুষোত্তম।
স্তোত্ৰগন জেন মধ্যে শ্ৰেষ্ঠ মনোৰম॥
আনো নানা সিদ্ধি হোৱে স্তোত্ৰৰ শ্ৰৱনে।
আপুনাৰ শক্তি দিয়া দিলা নাৰায়নে॥ ৭৬৪
বিষ্ণোৰ আজ্ঞাঁয়ে ব্ৰহ্মা সিৱক দিলন্ত।
পৰস্পৰে ইতো স্তোত্ৰ প্ৰচাৰ ভৈলন্ত॥
তোমাৰ আগত কৈলো স্তোত্ৰ নিৰুপম।
পাৰ্ব্বতিক তুমি তুতি কৰা নৰোত্তম॥ ৭৬৫
ইতো স্তোত্ৰৰাজে স্তুতি কৰিয়ো সভাত।
পাৰ্ব্বতি সন্তোস ভৈলে জ্ঞান হৈবে জাত॥
কৃষ্ণৰ চৰনে নন্দে তুতিক কৰিলা।
পাৰ্ব্বতি সন্তোস হুয়া তাঙ্ক বড় দিলা॥ ৭৬৬
পাৰ্ব্বতি বদতি সুনিয়োক নন্দৰাজ।
দুৰ্ল্লভ পৰম জ্ঞান হৈব নাহি বাঝ॥
মোৰ বড়ে গোলোক লভিবা এড়ি কাই।
গোলোকত ৰাজিন্দ্ৰ হৈবাহা মহাৰাই॥ ৭৬৭
সুদুৰ্ল্লভ দাস্য ভক্তি লভিবি কৃষ্ণৰ।
জেহি বাঞ্চা কৰা নন্দ হৈবে কচিকৰ॥

পৰত্ৰতো অষ্ট সিদ্ধি হৈবেক তোমাৰ।
অনিমাদি সিদ্ধি গৃহে হৈবে আপুনাৰ॥ ৭৬৮
এহি বুলি দুৰ্গাদেবি সিৱ সগে বষি।
কল্যাস প্ৰবেস ভৈলা কৃষ্ণক আশ্বাসি॥
নন্দকো বোলন্ত কৃষ্ণে সুনা নন্দ ৰাজ।
আজি ধৰি মোহ গুচিবেক নাহি বাজ॥ ৭৬৯
দুৰ্ল্লভ পৰম জ্ঞাঁন লভিবা ভকতি।
ব্ৰজক চলিয়ো পিতৃ তুমি মহামতি॥
কৃষ্ণক কৰিয়া তুতি গৈলা দেৱগন।
মুনিগনো চলি গৈলা আপুন ভবন॥ ৭৭০
কৃষ্ণ নিগদতি সুনিয়োক মহামতি।
গৃহে চলা ব্ৰজৰাজ লভিলা মুকুতি॥
সৰ্ব্বতত্ত্ব জ্ঞাঁন ভৈলা তুমি ব্ৰজবাসি।
দেৱগন মুনিগন দেখিলাহা আসি॥ ৭৭১
নানা উপাক্কান সুনিলাহা পিতৃ তুমি।
স্তোত্ৰে ৰাজা সুনিলা চলন্ত ব্ৰজ ভুমি॥
তোমাৰ মন্দিৰে মঞি সুখদে আচিলো।
মহা হৰ্স কৰি ৰাতৃ ব্ৰজত ক্ৰিড়িলো॥ ৭৭২
বাল্য অৱস্থাত মোৰ অপৰাধ চয়।
খেমা কৰিয়োক বাপ তুমি কৃপাময়॥
কৰিবে লাগয় জিতো তাকে নকৰিলো।
নকৰিবে লাগে জিতো তাকে আচৰিলো॥ ৭৭৩
স্বৰ্গতো অধিক সুখ মন্দিৰ তোমাৰ।
দধি দুগ্ধ ঘৃত মধু ভুঞ্জিঁলো অপাৰ॥
মোৰ নমস্কাৰ বাপ মাতৃত কহিবা।
বিনয় বচনে মোৰ সোকক গুচাইবা॥ ৭৭৪
গোপীকা গনত মোৰ বিনয় বচনে।
মোৰ পিতৃ বাক্য কহিবাহা গোপগনে॥
বিসেস কৰিয়া বুঝাইবাহা ৰাধিকাক।
মোৰ প্ৰানেস্বৰিক বুলিবা প্ৰিয় বাক॥ ৭৭৫
একেথানে আচিলোহো মোৰ বন্ধু চয়।
কৰ্ম্মবাসে পৃথক ভৈলোহো মহাসয়॥

ইহলোকে সুভুঞ্জান নকৰিবা সোক।
অন্ততো চলিবা বাপ মোহোৰ গোলোক॥
ৰোহিনি জষোদা আদি গোপিগন জত।
গোপগনে জাইবা পিতৃ গোলোক অন্তত॥৭৭৬
শৃদামাদি কৰি জত বালক আচয়।
গোলোকে পষিব দেহা তেজিয়া নিশ্চয়॥
বৃকভানু সমে ৰাধা মাতৃ কলাৱতি।
গোলোক পষিব জানিবাহা মহামতি॥ ৭৭৭
সতলক্ষ ৰথ আনিবেক গোলোকৰ।
মহা ৰত্নে নির্ম্মি আছে সুর্য্য সম সৰ॥
মুকুতা মানিক মনি গলে বিভুসিত।
অগ্নিসুদ্ধ বস্ত্র গনে ৰঞ্জিঁ মনোনিত॥ ৭৭৮
হিৰা হাৰ চয় তুমি দেখিবা ৰথত।
প্রসাদি প্রবাৰ চয় হৈব ভুমি গত॥
ৰত্নময় দর্পন ৰঞ্জিঁয়া ৰথ চয়।
চামৰে ভুষিত ৰথ দেখিবা নিচ্চয়॥ ৭৭৯
তুমি সব দেহা তেজি জাইবা মোৰ লোক।
নিত্য ৰূপ দেহা ধৰি পসিবা গোলোক॥
চলি জান্তে তোৰা সবে দেহাক তেজিবা।
অজোনি সম্ভৱা ৰাধা সেহি দেহে জাইবা॥৭৮০
অজোনি সম্ভৱা ৰাধা মাতৃ কলাৱতি।
নিত্য ৰূপ দেহা তান জানা মহামতি॥
পিতৃৰ মনৰ পৰা কন্যা কলাৱতি।
তাহানে দুহিতা বাপ জানা ৰাধা সতি॥ ৭৮১
পিতৃৰ মনৰ পৰা তিনি কন্যা হৈলা।
কালাৱতি ধন্যা সতি মেনকা জন্মিলা॥
কলাৱতি ৰাধা মাতৃ জানা মহাসয়।
বৃসভানু পিতৃ বুলি জগতে জানয়॥ ৭৮২
সিতাৰ জননি ধন্যা জানিবা নিচ্চয়।
পার্ব্বতিৰ মাতৃ মেনকাক বুলি কয়॥
অজোনি সম্ভৱা তিনি কন্যা মহামতি।
ৰাধা সিতা দেবি তাক জানিবা পার্ব্বতি॥৭৮৩
কলাৱতি ধন্যা দেবি মেনকা সুন্দৰি।
তিনিয়ো ভগিনি জানিবাহা নিষ্ঠ কৰি॥
ৰাধা সমে সেহি দেহে জাইব কলাৱতি।
তোমাৰ আগত পিতৃ কহিলো যুগুতি॥ ৭৮৪
গোপনিয় কথাচয় কহিলো তোমাত।
বড় চয় দিলো দুর্গা সমে মঞিও তাত॥

---

## কলিযুগৰ ধর্ম্ম।

কৃষ্ণৰ বচন সুনি নন্দ মহামতি।
বুলিবে লাগিলা নন্দে কৰিয়া ভকতি॥ ৭৮৫
জগত ইশ্বৰ তুমি দেৱ নাৰায়ন।
যুগধর্ম্ম চই কহিয়োক সনাতন॥
কলিযুগে ধর্ম্মাধর্ম্ম কহা দেৱ হৰি।
কলিসেষে গুন দোষ কহিলো সংহৰি॥ ৭৮৬
সত্য ত্রেতা দ্বাপৰ যুগৰ ধর্ম্ম চয়।
পদ বাহুল্যক ডৰে নিলিখিলো ময়॥
ভগৱন্ত বদতি সুনিয়ো পিতৃ মোৰ।
কলিযুগে কর্ম্ম চয় প্রবর্ত্তিব ঘোৰ॥ ৭৮৭
দষম হাজাৰ বর্স থাকিবোহো মঞিঁ।
অল্প অল্প কৰি প্রবর্ত্তিব ধর্ম্ম চৰি॥
দেৱৰ প্রতিমা চয় হৈব সেহি কালে।
সেহিকালে পুজা মন্ত্র থাকিব গোপালে। ৭৮৮
পুৰান ভাৰত আদি কৰি সাস্ত্র চয়।
সেহিকালে প্রবর্ত্তিব জানিবা নিচ্চয়॥
পঞ্চম হাজাৰ বর্স পিতৃ বিপৰিত।
গঙ্গা আদি তির্থ চয় থাকিব মহিত॥ ৭৮৯
তাৰ অর্দ্ধকাল বেদ বিদুত্তৰ মত।
গ্রামে গ্রামে গ্রামে দেৱ থাকিব সতত॥
দসম হাজাৰ বর্স ব্রাহ্মনৰ থিতি।
সেহিকালে ৰহিবেক হৰিত ভকতি॥ ৭৯০
তাত পাছে হৈব জানা সবে একাকাৰ।
ব্রাহ্মনাদি জাতি ধর্ম্ম নৰহিব আৰ॥
অধর্ম্মৰ চাৰি পদে যুড়িয়া ৰহিবা।
ধর্ম্মহিন হুয়া পিতৃ জগত থাকিবা॥

এক বর্ণ হুইব ব্রাহ্মনাদি জাতি চয়।
বেদমত বিবাহ তেজিব দুৰাসয় ॥
জজ্ঞ সূত্র তিলককো দ্বিজে নধৰিবে।
সুদ্র ধর্ম্ম চয় দ্বিজে সদায় কৰিবে ॥ ৭৯২
সন্ধ্যা গায়ত্রি হিন বৈবে জানিবা বিপ্রৰ।
সর্ব্বদায়ে অসত্য বুলিবে নিৰন্তৰ ॥
সৰ্ব্বদায়ে প্রতি গ্রহ কৰিয়া থাকিব।
সিস্ন উদৰৰ অর্থে জাতিক তেজিব ॥ ৭৯৩
সমস্তকে ভক্ষন কৰিব দ্বিজ চয়।
অভক্ষকো ভক্ষিবেক জানিবা নিচ্ছয় ॥
সৰ্ব্বদায়ে লম্পত হৈবেক নৰচয়।
পৰস্পৰে বিবাদ কৰিবে নৰচয় ॥ ৭৯৪
নাৰিমধ্যে কদাচিতো সতি নহৈবেক।
গৃহে গৃহে বেস্যা হৈয়া সদা থাকিবেক ॥
সৰ্ব্বদায়ে স্বামিক কৰিব তিৰস্কাৰ।
ভৃত্যতুল্য হুয়া এড়িবেক সদাচাৰ ॥ ৭৯৫
স্বামি সবে কর্ম্ম মানে ভার্য্যাৰ ভয়ত।
নাৰি সবে দুখ চয় দিবেক সতত ॥
উপপতি সমে থাকিবেক নাৰিগন
সর্ব্বদাই উপপতিতেসে হৈব মন ॥ ৭৯৬
দধি দুধ অন্ন বস্ত্র তাম্বুলজে ভাল।
আপুন স্বামিক বঞ্চি দিবেক সকল ॥
আহাৰকো নোদবেক আপুন স্বামিক।
দুখ কৰি স্বামি সমে সদা থাকিবেক ॥ ৭৯৭
বিসতুল্য স্বামিক দেখিব নাৰি চয়।
সর্ব্বদায় বালক তোমাৰ পুত্র মঞি ॥
কিকহিবো তয় পুত্র আমি ধর্ম্ম জয়ী।
নব নিত ঘৃত দুধ দধি তক্রে চয় ॥ ৭৯৮
লাড়ু পিঠা পনা মধু থৈবা মহাসয় ॥
অমৃত সমান অন্যে দ্রব্য চয় সাৰ।
কান্দিয়া ভুঞ্জিলো আমি গৃহত তোমাৰ ॥
পিতৃদেৱ অর্থে তুমি অন জত্ন কৰি ॥ ৭৯৯
তাহাক ভুঞ্জিলো আমি বলে চুৰি কৰি ॥
বালেকৰ ক্রন্দন জানিবা মহাবল।
মোৰ অপৰাধ বাপ খেমিয়ো সকল ॥ ৮০০
পদে পদে দোষ চয় জানা বালেকৰ।
তুমি পিতৃ তয় পুত্র মই ব্রজেস্বৰ ॥
মোহোৰ জননি বাপ জযোদায়ে আই।
ৰোতিনিত কৈবা মোৰ বার্ত্তাক বুজাই ॥ ৮০১
সনত কুমাৰ মুখে জিসব সুনিলা।
বড় চয় দুর্গাদেবি যেনমতে দিলা ॥
গোকুল বাসিত তুমি কহিবা সকল।
বিনয় বচন মোৰ কৈবা মহাবল ॥ ৮০২
বন্ধু বান্ধৱৰ জোগ কালেসে কৰয়।
বিজোগকো কৰে কালে জানা মহাসয় ॥
বিবিধ প্রীতিকো কৰে অপ্রীতিকো কৰে।
শৃষ্টি স্থিতি জগতক কালেসে সংহৰে ॥ ৮০৩
সুখ দুখ জন্ম মৃত্যু জড়া সোক ভয়।
কর্ম্ম অনুসৰি কালে সবাকে কৰয় ॥
হে বাপ কাল কর্ত্ত জানিবা সকল।
ইহাত বিস্ময় নকৰিবা মহাবল। ৮০৪
বৈস্য ৰাজা আচিলাহা তুমি গোকুলত।
জন্ম মথুৰাত মঞি বসুদেৱ সুত ॥
কংস ভয়ে পিতৃ নিয়া থৈলা পলুআই।
কর্ম্মবসে আমাক কৰিলা এক ঠাই ॥ ৮০৫
কালে আনি কর্ম্মবসে থৈলা বেলগাই ॥
মাতৃত অধিক মাতৃ জযোদা যে আই।
পিতৃত অধিক পিতৃ তুমি নন্দ ৰাই ॥ ৮০৬
সঞ্জোগ বিজোগ কাল ইশ্বৰে কৰয়ী।
মঞি দত্ত জ্ঞানে সোক কৰা উপসান্ত ॥
পার্ব্বতিৰ বোধে মন কৰিয়ো একান্ত ॥
মোহ পাষ তেজি পিতৃ চলা গোকুলক।
সর্ব্বতত্ত্ব জ্ঞাত হৈলা পাইলা ইশ্বৰক ॥ ৮০৭
নন্দ নিগদতি পুত্র সুনা নাৰায়ন।

কিয়নো নচাড়া বাপ পুনা বৃন্দাবন ॥
অতি মনোহৰ থান তোমাৰ কুড়াৰ।
গোপ সিসু সঙ্গে পুত্ৰ ক্ৰিড়িলা অপাৰ ॥৮০৮
এহি বুলি নন্দৰাজা কৃষ্ণৰ সোকত।
বিহ্বল স্বভাৱ ভৈলা কৃষ্ণৰ আগত ॥
কতোক্ষনে সন্ধ্যক্ষন ভৈলা নন্দৰাই।
বুলিবে লাগিলা সোকে গুনক বৰ্ণাই ॥ ৮০৯
অতি মনোহৰ বাপ গোকুল নগড়।
সুন্দৰ জমুনা তট অতি মনোহৰ ॥
সুন্দৰি গনৰ মন মোহ জাক দেখি।
হেন ৰাস মণ্ডলক আচাহা উপেখি ॥ ৮১০
গোপিকা গনক পুত্ৰ কেনে পাষৰিলা।
জযোদা ৰোহিনি দুইকো কিমতে তেজিলা ॥
প্ৰানতো অধিক পৃতি জানো ৰাধিকাত।
কিয়নো নচাৰা বাপ আসি মথুৰাত ॥ ৮১১
একবাৰ গৈয়া অল্প দিন গোকুলত।
চলিয়োক কৃষ্ণবাপ ৰাখা মোৰ মত ॥
এতিবুলি নন্দৰাজা বৈসাইলা কোলাত।
সাবটি কৃষ্ণক লৈলা নাহি বোল মাত ॥ ৮১২
নেত্ৰৰ লোতক পুনু ৰাখিতে নপাৰে।
কৃষ্ণক তিয়াইলা নন্দে লোতকৰ ধাৰে ॥
গণ্ড যুগলত পুনু পুনু চুমা দেই।
অতি মোৰ হৃদয়ত সাবটি থাকয় ॥ ৮১৩
গদ গদ বাক্যে একো বুলিবে নপাৰি।
সাবটি ধৰিলা নন্দে গালে চুমা পাৰি ॥
পুৰ্ন্ন ব্ৰহ্ম ভগৱন্ত তাঙ্ক পুত্ৰ পাই।
সবে মনোৰথ সিদ্ধি পাইলা নন্দ ৰাই ॥ ৮১৪
জগত ইশ্বৰ হৰি ভজা নৰগন।
কৃষ্ণৰ কথাত নৰ সদা দিয়া মন ॥
একান্ত ভক্তিয়ে ভজিয়োক নাৰায়ন।
কৰ্ম্মবন্ধ নষ্ট হৈব সাফল জিৱন ॥ ৮১৫
পাপৰ মুলক নষ্ট কৰে হৰি কথা।
ইশ্বৰত ভক্তি ভৈলে নুহি অন্য অথা ॥
হেনজানি নচাৰীবা ভজিয়ো মুৰাৰি
ভক্তিত সন্তোস ভকতৰ ভয় হাৰি ॥ ৮১৬
কৃষ্ণৰ কথাক সুনিয়োক কৰ্ন্ন ভৰি।
বলোৰাম বিপ্ৰে ভনে বোলা হৰি হৰি ॥

---

## উদ্ধৱৰ বৃন্দাবনলৈ গমন।

কৃষ্ণ নিগদতি সুনা নন্দ নৃপবৰ।
কালৰ অধিন প্ৰজা জানা ব্ৰজেশ্বৰ ॥
মোহোৰ জাইবাৰ কথা গোকুল নগড়ি।
উদ্ধৱক পাঠিয়াই দিবো অতি শিঘ্ৰ কৰি ॥৮১৭
উদ্ধৱৰ মুখে বাৰ্ত্তা বুঝিবা সকলে।
সোক তেজি মন থিৰ কৰা মহাবলে ॥
জসোদা ৰোহিনি আদিকৰি গোপিগন।
উদ্ধৱে বুঝায়া সান্ত কৰিবেক মন ॥ ৮১৮
সুদমাদি কৰি গোপ বালক আচয়।
প্ৰানৰ সদৃসি ৰাধা মোহোৰ নিচ্ছয় ॥
মঞিঁ দত্ত জ্ঞানে সোক কৰি উপসান্ত।
উদ্ধৱ আসিবো মোৰ ভকত একান্ত ॥ ৮১৯
আত অনন্তৰে কথা সুনা মুনিবড়।
বসুদেৱ দৈৱকি উদ্ধৱ তাত পৰ ॥
বলদেৱ অক্ৰুৰ আসিলা সেহি থান।
প্ৰনাম কৰিলা কৃষ্ণে কৰিয়া সন্মান ॥ ৮২০
বসুদেৱ বদতি সুনিয়ো মহাসয়।
মোৰ তযু পুত্ৰগন জানিবা নিচ্ছয় ॥
গোকুলৰ পৰা আসি আছে মথুৰাত।
মঞিঁ পিতৃ নোহো তুমি পিতৃসে সাখ্যাত ॥৮২১
উপনয়নৰ কাল ভৈল উপস্থিত।
মহোৎসৱ গৈলে পুত্ৰ দেখিব সাম্প্ৰত ॥
দৈৱকি বদতি সুনিয়োক নন্দৰাজ।
মোৰ পুত্ৰ জেনে তযু পুত্ৰে নাহি ৰাজ ॥ ৮২২

একাদশ বৎসৰ আচিলে তয়ু ঘৰে।
সেক এড়া সোকে নন্দ দেহা নষ্ট কৰে॥
অল্প দিনে কেনমতে হৈবে সোক নাস।
পুত্র সমে কিচো দিন কৰিয়ো নিবাস॥ ৮২৩
পুর্ন্নচন্দ্র সম মুখ দেখা কৃছিকৰ।
জন্মৰ সাফল কৰা তুমি নৃপবৰ॥
মোৰ গৃহ দ্রব্য চয় ধন জন জত।
তোমাৰ অধিন নন্দ জানিবা সমস্ত॥ ৮২৪
প্রাণক উচর্গি দিলে কৃস্নুৰয় ধাৰ।
কি কহিবো নন্দৰাজা তয়ু উপকাৰ॥
ভগৱন্ত বদতি সুনিয়ো মুনি বৰ।
চলিয়ো সত্বৰ কৰি গোকুল নগৰ॥ ৮২৫
জযোদা ৰোহিনি আদিকৰি গোপি চয়।
গোপ সিস্নু সমস্তক কৰিবা বিনয়॥
মক্রিঁ দত্ত অধৰ্ম্মিকে কৰা মন থিৰ।
ৰাধিকাক বুঝইবাহা তুমি মহাবিৰ॥ ৮২৬
আতি আৰ্ত্তৰাৱ সোকে গোকুল নগড়।
নন্দৰ বিলম্ব কাল কৈবা বিবৰৰ॥
এহিবুলি ভগৱন্ত অক্রুৰে সহিত।
আপুনাৰ অভ্যান্তৰে ভৈলা উপস্থিত॥ ৮২৭
পিতৃ মাতৃ সমে বলোভদ্রে তথা গৈলা।
অভ্যান্তৰ পসি পাছে এক থান ভৈলা॥
সেহি নিসা উদ্ধৰ বঞ্চিলা মথুৰাত।
প্রভাতত ৰথে চড়ি লড়িলা সাখ্যাত॥ ৮২৮
নন্দ কৃষ্ণ সম্বাঁদজে ব্রহ্ম বৈবৰ্ত্তৰ।
নৰতি অধ্যায় এক ভৈল সমাপত॥

---

নাৰায়ন বদতি নাৰদ মুনি বড়।
ৰাধা উদ্ধৱৰ কথা সুনা মনোহৰ॥ ৮২৯
কৃষ্ণৰ আজ্ঞাঁয়ে উদ্ধৱজে বিৰবৰ।
মহাহৰ্সে প্রনামিলা পাছে গনেস্বৰ॥
হৰিক স্মৰিয়া পাছে লক্ষিন সৰস্বতি।
গঙ্গাক কৰিয়া ধ্যান স্মৰিলা পাৰ্ব্বতি॥ ৮৩০
সিৱক জে স্মৰিলা উদ্ধৱ মহাবিৰ।
জিদিসক লাগিয়া নমিলা দিনেস্বৰ॥
সঙ্খধ্বনি দুন্দুভি ঘণ্টাৰ সব্দ সুনি।
হৰি সব্দ গিত ব্রাহ্মনৰ বেদ ধ্বনি॥ ৮৩১
আসির্ব্বাদ ব্রাহ্মণৰ সুনি মহাবিৰ।
পতি পুত্র সমন্নিতে দেখিলা কৃছিৰ॥
পুর্ন্নকুম্ভ দধি দুগ্ধ প্রদিপ দৰ্পন।
মাল্যলাজা দুৰ্ব্বাফল ৰজত কাঞ্চন॥ ৮৩২
সুক্ল ধান্য মধু মিস্ট ব্রাহ্মন সকল।
কৃষ্ণ সাৰ ঘৃত বৃস দেখি মহা বল॥
নৰমাস স্বেত অস্ব পতকা ৰাজেন্দ্র।
বেস্যা নাৰি সুক্লপুস্প চন্দন গজেন্দ্র॥ ৮৩৩
নানা বিধ সুমঙ্গল পস্থত দেখিলা।
ৰথে চড়ি মহাবিৰ বৃন্দাবন পাইলা॥
অক্ষয় বটক বিৰে দেখিলা অগ্রত।
স্নিগ্ধ পত্র ৰক্ত ফল ভাণ্ডিৰ বনত॥ ৮৩৪
অক্ষয় বটৰ তলে দেখি মহাবল।
ৰত্নে বিভুসিত অতি বালক সকল॥
হাহা বল হাহা কৃষ্ণ বুলিয়া ডাকয়।
আতি সোকে সিস্নু সবে তথাতে কান্দয়॥ ৮৩৫
সোকাকুল সিস্নুগন দেখি মহাসয়।
অশ্বাষ কৰিয়া বিৰে বুলিলা বিনয়॥
বালক গনক এড়ি গৈলা কতোদুৰ।
প্রবেস ভৈলন্ত বিৰ গোকুল নগড়॥ ৮৩৬
নন্দৰ গৃহক দেখিলন্ত তাত পৰ।
বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে আতি মনোহৰ॥
মনিমুক্তা মানিক হিৰাৰ কাম চয়।
ৰত্নে বিৰচিত মৃদু দেখি মহাসয়॥ ৮৩৭
ৰত্নৰ কোসৰ চয় গৃহৰ উপৰে।
নানা চিত্র বিচিত্রতা দ্বাৰ মনোহৰ॥
ৰথৰ নামিয়া উদ্ধৱজে মহাবিৰ।
দ্বাৰি দৃস্টে প্রবেসিলা পাছে অভ্যান্তৰ॥ ৮৩৮

জযোদা ৰোহিনি দুই আতি সিঘ্ৰ কৰি।
আপুনি আসন দিয়া বুলিলা সাদৰি ॥
কুসল সুধিয়া পাছে মধুপৰ্ক দিলা।
গো ৰত্ন জল আনি তথা সমৰ্পিলা ॥ ৮৩৯
উদ্ধৱ মহন্ত তুমি সিষ্ট মধ্যে সাৰ।
নন্দ বলোভদ্ৰ কৃষ্ণ কৈগৈল আমাৰ ॥
সত্য কৰি কহ বাপ সকলে বৃতান্ত।
নেদেখিয়া প্ৰান দহে কৰ উপসান্ত ॥ ৮৪০
উদ্ধৱে কহিলা সমস্তৰে কুসলক।
বল কৃষ্ণ সমে নন্দ আসিব ব্ৰজক ॥
কৃষ্ণ উপনয়ন নগৰে জাৱে আই।
সেহিকাল থাকিবেক নন্দ মহাৰাই ॥ ৮৪১
বিলম্বে আসিব মাতৃ জানা নিষ্ট কৰি।
উপনয়নৰ কাল হুইছে সুন্দৰি ॥
তোমাৰ কুসল বাৰ্ত্তা বুজিবাক প্ৰতি।
আমাক আদেস কৰি আছে জদুপতি ॥ ৮৪২
কুসল বাৰ্ত্তাক লৈয়া জাইবো মথুৰাক।
সবাৰে কুসল মঞিঁ কহিবো বাৰ্ত্তাক ॥
জযোদা ৰোহিনি সুনি বাৰ্ত্তা সুমঙ্গল।
ব্ৰাহ্মনক দান দিলা আতি কতুহল ॥ ৮৪৩
উদ্ধৱক ভোজন কৰাইলা মান্য কৰি।
মঙ্গল কৰ্ম্মক পাছে কৰাইলা সাদৰি ॥
বেদ পাঠ কৰিয়া সুবৰ্ন দান দিলা।
ৰত্ন বস্ত্ৰ মনি শ্ৰেষ্ঠ হিৰা সমৰ্পিলা ॥ ৮৪৪
ব্ৰাহ্মন ভোজন কৰাইলন্ত ৰঙ্গ কৰি।
বাদ্যচয় বজাইলন্ত আতি উচ্চ কৰি ॥
সিব দুৰ্গা পুজা কৰিলন্ত দ্বিজ গনে।
উপচাৰ চয় দ্ৰব্য দিলা ৰঙ্গ মনে ॥ ৮৪৫
নানাবিধ বলি দানে দুৰ্গাক পুজিলা।
চাগল সহস্ৰ আনি ভৱানিক দিলা ॥
মহিসৰ সাত সংখ্যা মেসৰ অযুত।
ব্ৰাহ্মনক দিলা ধেনু সত উন্নসত ॥ ৮৪৬

কৃষ্ণৰ কল্যান হেতু দক্ষিনা দিলন্ত।
উদ্ধৱক নানা দ্ৰব্যে পুজা কৰাইলন্ত ॥
জযোদা ৰোহিনি গোপ বালক সকল।
বৃধ গোপিকাক আশ্বাসিয়া মহাবল ॥ ৮৪৭
গোকুল এড়িয়া গৈলা ৰাসৰ মণ্ডল।
চন্দ্ৰৰ মণ্ডল সব তুল ৰুচিকৰ ॥
শ্ৰীৰাম কদলি চয় আতি সুশোভিত।
চন্দনে পল্লৱ পট্ট সুত্ৰত গ্ৰন্থিত ॥ ৮৪৮
মাল্যৰ সহিতে তাত প্ৰকাষ কৰয়।
দধি লাজাফল ফুল দুৰ্ব্বা বিৰাজয় ॥
অগৰু চন্দন মৃগ মদৰ বিলাস।
কুঙ্কুম সহিতে ঘ্ৰান বহে দ্বিসপাস ॥ ৮৪৯
তিনি লক্ষ আছে তাত ৰতিৰ মন্দিৰ।
তিনি কোটি গোপিগনে ৰাখে মহাবিৰ ॥
বেষ্টন কৰিয়া গোপি ৰাখে জত্ন কৰি।
গোপলক্ষে ৰাখে গৃহ কৃষ্ণক সুমৰি ॥ ৮৫০
কৃষ্ণ আগমন চিন্তা কৰি গোপগন।
বেষ্টন কৰিয়া ৰাখে তৃলক্ষ ভৱন ॥
জমুনা দক্ষিন কৰি জান্ত মহাবিৰ।
প্ৰথমে মালতি বন পষিলা ৰুচিৰ ॥ ৮৫১
কেতকি মালতি জুতি চম্পক চন্দন।
প্ৰদক্ষিনে গৈলা বীৰ এহি সষ্টজন ॥
বকুল বন্দুলি ধাত্ৰি অসোক সিৰিস।
কাঞ্চন কল্বিক মলি লৱঙ্গ পলাস ॥ ৮৫২
নদি নদ পলাস হিন্তাল বনতাল।
আম্ৰবন লাঙ্গল মন্দাৰ কুন্দ সাল ॥
মধু বন পাইলা পাছে উদ্ধৱ মহন্ত।
কোকিলৰ শব্দ তান সুনি অপৰ্য্যন্ত ॥ ৮৫৩
মধুকৰ গনে তাত মধুৰ নাদয়।
সুমধুৰ শব্দ শুনি জান্ত মহাসয় ॥
শ্ৰীফলৰ বনৰম্য নাৰঙ্গৰ বন।
পদ্মবন কৰবিৰ তুলসি কাঞ্চন ॥ ৮৫৪

বন্য বৃক্ষ অসংখ্যাত মধুৰ নিবাস।
তাহাৰ বতাসে সুগন্ধিত দ্বিসপাস॥
তাহাক দেখিয়া ৰাজ পথে চলিলন্ত।
জসোদাৰ ত্বৰ্ত্তে জান্ত উদ্ধৱ মহন্ত॥ ৮৫৫
ৰহস্য বদৰি বনে উদ্ধৱ গৈলন্ত।
মন থিৰ কৰি বিৰে স্মৰি ভগৱন্ত॥
পকি পকি আছে ৰক্ত ফল চয় তাৰ।
বদৰি সমুহ তাত আছে ঝাতিস্কাৰ॥ ৮৫৬
সেহি বনবাস কৰি সবাতো বিসেস।
কদলি বনক পাইলা চিন্তি ঋসিকেস॥
পুৰুষৰ অগম্য ব্ৰহ্মাণ্ড মধ্যে সাৰ।
ৰাধাৰ আশ্ৰম তাত মহা মনোহৰ॥ ৮৫৭
মনিশ্ৰেষ্টে গড় বান্ধি আছে মনোহৰ।
পড়িয়া আচয় বেড়ি আতি ভয়ঙ্কৰ॥
সক্ৰৰ অগম্য স্থান মিত্ৰৰ যুগম।
চতুষ্পাসে ৰাখে গোপি ৰাধাৰ আশ্ৰম॥ ৮৫৮
সঙ্গ কৰি ৰাখি আছে গোপি নিৰন্তৰ।
নানা চিত্ৰ বিচিত্ৰজে ৰাধাৰ মন্দিৰ॥
বিস্ব কৰ্ম্মে ৰচি আছে এক চিত্ৰ কৰ।
মুকুতা মানিক হিৰা মনি মনোহৰ॥ ৮৫৯
ৰত্ন শ্ৰেষ্টে ৰচি আছে গৃহ তম্ভ চয়।
ৰত্নৰ পাদুক চয় প্ৰকাস কৰয়॥
ৰত্নৰ প্ৰদিপ চয় অতি প্ৰকাসয়।
অমোলা ৰত্নৰ ঘট গৃহে বিৰাজয়॥ ৮৬০
অগ্নি সুদ্ধ বস্ত্ৰচয়ে পতকা ৰচিত।
ৰত্নৰ কিঙ্কিনি চয় আতি প্ৰকাসিত॥
ৰত্নময় দৰ্পনজে চামৰে সহিত।
ইন্দ্ৰজাল চয় আতি আচয় তহিতে॥ ৮৬১
সিংহ দ্বাৰ দেখিলন্ত কপাট ৰত্নৰ।
দ্বাৰৰ উপৰি চিত্ৰ আতি মনোহৰ॥
বৃন্দাবন থান নিৰ্ম্মি আচয় কৃত্তিম।
কদম্বৰ বন লিখি আছে মনোৰম॥ ৮৬২
গোপিকাৰ বস্ত্ৰ হৰনাদি কৰ্ম্ম চয়।
বিস্ব কৰ্ম্মে ৰচি আছে বাক্য নোবোলয়॥
ৰাসৰ মণ্ডল নিৰ্ম্মি আছে মনোহৰ।
গোপ গোপিচয় আছে দেখি ৰুচিকৰ॥ ৮৬৩
গোপিলঙ্কে বেড়ি আছে হাতে বেত্ৰ ধৰি।
নিৰ্ভয়ে থাকয় তাত যত গোপ নাৰি॥
প্ৰথমতে সিংহদ্বাৰ পসি তাত পৰ।
দ্বিতিয় তৃতিয় দ্বাৰ পসি অভ্যান্তৰ॥ ৮৬৪
চতুৰ্থ দ্বাৰক পসি পঞ্চম দুৱাৰ।
দ্বাৰসন্ত পসিল উপমা নাহি জাৰ॥
অতি চিত্ৰ বিচিত্ৰ দুৱাৰ মধ্যে সাৰ।
বিস্ব কৰ্ম্মে ৰচি আছে দস অৱতাৰ॥ ৮৬৫
ৰাম ৰাৱনাৰ যুদ্ধ আতি চিত্ৰকৰ।
জমুনা সহিতে জল কেলি মাধৱৰ॥
কৃত্তিম কৰিয়া ৰাস মণ্ডল আচয়।
গোপিকা সহস্ৰে সন্ত দ্বাৰকা ৰাখয়॥ ৮৬৬
ৰত্নৰ ভূষনে বিভুষিত কলেৱৰ।
ৰত্ন দণ্ড ধৰি ৰাখি আছে নিৰন্তৰ॥
ৰত্ন শ্ৰেষ্ঠ হিৰা মুক্তা মানিকৰ হাৰ।
ঝিলি মিলি কৰে গাৱে ৰত্ন অলঙ্কাৰ॥ ৮৬৭
গোপিৰ মধ্যত তমা ধৰিয়া আচয়।
উদ্ধৱক দেখি প্ৰস্ন কৰিলা নিচ্ছয়॥
প্ৰভুৰ সিদ্ধান্ত চয় উদ্ধৱে কহিলা।
উদ্ধৱক তাত ৰাখি মাধৱি পসিলা॥ ৮৬৮
দ্বাৰে দ্বাৰে কৃষ্ণ কথা কহা মহাবিৰ।
সন্ত দ্বাৰে ৰহিলন্ত ৰাধা মাধৱিৰ॥
ৰাধাৰ সমিপে পাছে মাধৱি পসিলা।
কৃষ্ণৰ মঙ্গল বাৰ্ত্তা ৰাধাত জনাইলা॥ ৮৬৯
মঙ্গল বাৰ্ত্তাক সুনি ৰাধা সখি গনে।
বাদ্যচয় বজাৱন্ত আতি ৰঙ্গ মনে॥
বাদ্যগন বজাই গোপি আগ বাড়ি গৈই।
নিৰ্ম্মুচন কৰি উদ্ধৱক আইলা লৈই॥ ৮৭০

সপ্তম দ্বাৰক চাড়ি পাছে অভ্যান্তৰ।
প্ৰবেসাইলা উদ্ধৱক ৰাধাৰ মন্দিৰ॥
অমোল্য ৰত্নৰ গৃহ আতি নিৰুপম।
দেখিলা উদ্ধৱে গৃহ সবাতে উত্তম॥ ৮৭১
সেহি গৃহে ৰাধাক দেখিলা বিৰ বড়।
চন্দ্ৰকালা আমাবস্যা দিনে সমসৰ॥
পঙ্কসমে পদ্মপত্ৰে কৰিচে সয়ন।
সোকত মুৰ্চ্ছিত আতি আকুল নয়ন॥ ৮৭২
নয়ন পদ্মৰ হন্তে লোতকৰ ধাৰা।
মহাসোকে ৰক্ত মুখ সোকে অনিৰ্ব্বাৰা॥
সোকত আকুল হুয়া তেজিলা ভুষন।
নিৰাহাৰ কেসচয় সুবৰ্ণৰ বৰ্ন॥ ৮৭৩
ওঁঠ কণ্ঠ শুখাইল মুখত নাহি মাত।
নিস্বাস আচয় শ্ৰেস্টা নাহিকয় গাত॥
হেনয় ৰাধাক দেখি উদ্ধৱ মহন্ত।
ভক্তিভাৱে উদ্ধৱে প্ৰনাম কৰিলন্ত॥ ৮৭৪
সৰ্ব্বাঙ্গে পুলক তনু ভৈলা উদ্ধৱৰ।
অষ্টাঙ্গ প্ৰনাম কৰিলন্ত বিৰবড়॥
প্ৰনাম কৰিয়া বিৰে তুতি আৰম্ভিলা।
গদ গদ বাক্যে পুনু প্ৰনাম কৰিলা॥ ৮৭৫
উদ্ধৱ বদতি নমো ৰাধাৰ চৰন।
জাৰ জষ কিৰ্ত্তনে পৱিত্ৰ তৃভুবন॥
ব্ৰহ্মা আদি দেৱে বন্দে চৰন তোমাৰ।
গোকুল বাষিনি ৰাধা মোৰ নমস্কাৰ॥ ৮৭৬
সত শৃঙ্গ নিবাসিনি চন্দ্ৰাৱলি নাম।
বৃন্দাৱনি তযু নাম সহস্ৰ প্ৰনাম॥
সৰ্ব্বসক্তি ৰুপা তুমি মাতৃ জগতৰ।
অগ্নিত দাহক সক্তি থাকে নিৰন্তৰ॥ ৮৭৭
প্ৰভাকান্তি সমে জেন থাকয় ভাস্কৰ।
পুৰ্ণচন্দ্ৰ সোভা জেন আতি মনোহৰ॥
দুগ্ধত ধৱল গুন জেন ভেদ নাই।
গন্ধে তুমি ভেদ নাই জেন সমুদাই॥ ৮৭৮
জলত সিতল গুন অভেদ স্বৰুপে।
আকাসত সব্দ গুন থাকে জেনৰুপে॥
চক্ষুৰ জ্যোতিসে জেনমতে ভেদনাই।
তুমি সমে কৃষ্ণৰ অভেদ সমুদাই॥ ৮৭৯
লোকে বেদে পুৰাণত কহে নিৰন্তৰ।
ৰাধা মাধৱৰ মাত্ৰ নাহিকে অন্তৰ॥
জগত ইশ্বৰি দেবি চেতন লভিয়ো।
মোহোক উত্তৰ দিয়া বাৰ্ত্তাক সুনিয়ো॥ ৮৮০
কৃষ্ণৰ বাৰ্ত্তাক সুনি চিত্ত কৰা থিৰ।
পুনুপুনু নমিলা উদ্ধৱ মহা বিৰ॥
আনো নানা তুতি বিৰে কৰিলা বিস্তৰে।
সংখ্যেপক থৈলো আমি বাহুল্যক ডৰে॥ ৮৮১
নানা দুখ পাই জিৱে গৰ্ভ নৰকত।
ইশ্বৰক তুতি কৰি থাকয় সতত॥
প্ৰসুতিকা বায়ুপাই প্ৰসৱ কৰয়।
জ্ঞান নষ্ট হুয়া জিৱে দুখক পাৱয়॥ ৮৮২
বাল্য অৱস্থাতো মনুস্যৰ নাহি সুখ।
উমলন্তে জাই কাল তাতো মহা দুখ॥
সব অৱস্থাতো সুখ নাহিকে জিৱৰ।
নানা কামে বিমোহিত চিত্ত নোহে থিৰ॥ ৮৮৩
বৃদ্ধ বয়সতো ধৰ্ম্ম কৰিতে নপাৰে।
অন্তকালে পাই তাক জম দুতে মাৰে॥
হেন জানি নৰলোক তেজি আন কাম।
সংসাৰ তৰিবা জেবে বোলা ৰাম ৰাম॥ ৮৮৪

---

## ৰাধা-উদ্ধৱৰ কথোপকথন।

### ঝুমুৰি॥

উদ্ধৱৰ সুনি বানি।
চেতন লভিলা ৰানি॥
কৃষ্ণৰ আকাৰ জানি।
সোকে ৰাধা বোলে বানি॥
কহা বাপ তযু নাম। ৮৮৫

ৰূপৱন্ত অনু পাম॥
কোনে পাঞ্চি দিলে তোক।
চেতন কৰাইলি মোক॥ ৮৮৬
কৃষ্ন কিৰ্ত্তি কৈত পাইলি।
ইথানক কিয় আইলি॥
কৃষ্ন কিৰ্ত্তি আবে মানো।
কৃষ্ন পাৰি সদ জানো॥ ৮৮৭
কৃষ্ন বলোভদ্ৰ দুই।
কুসলক কহ তত্রিঁ॥
কোন গুনে নন্দ আছে।
কহ তত্রিঁ মোত পাছে॥ ৮৮৮
আসিবেক নাৰায়ন।
পুন্য ইতো বৃন্দাবন॥
পুনু দেখি হৈবো সুখ।
পুৰ্ন চন্দ্ৰ সম মুখ॥ ৮৮৯
কৃষসমে পুনুৰ্ব্বাৰ।
ক্ৰিড়া কৰিবোহো আৰ॥
ৰাষ্ন মণ্ডলত আমি।
জমুনা জলত নামি॥ ৮৯০
সখি সমে পুনুৰ্ব্বাৰ।
কৃষ্ন সমে মই আৰ॥
নন্দৰ নন্দন সঙ্গে।
চন্দন দিবোহো ৰঙ্গে॥ ৮৯১
উদ্ধৱে বোলয় বানি।
শুনিয়োক ভগৱানি॥
উদ্ধৱজে নাম মোৰ।
খেত্ৰিয়ৰ মধ্যে সাৰ॥ ৮৯২
বাৰ্ত্তাবৈলৈয়া তোমসাৰ।
মোহোক পাঞ্চিলে আৰ॥
কৃষ্নৰ আজ্ঞায়ে আইলো।
তোমাৰ সমিপ পাইলো॥ ৮৯৩
কৃষ্ন পাৰি সদ আমি।
মোহোৰ কৃষ্নেসে স্বামী॥
ৰাম কৃষ্ন দুই ভাই।
কুষলে আচন্ত চাই॥ ৮৯৪
উপনয়নক লাগি।
আছে নন্দ মহা ভাগি॥
নন্দৰ কুসল সাৰ।
কহিলোহো মই আৰ॥ ৮৯৫
দ্বিজ বলোৰামে ভনে।
ৰাধা কৃষ্ণ বোলা ঘনে॥

## লেছাৰি।

উদ্ধৱৰ আগে বোলে বানি সোকাকুল হুয়া ৰাধা ৰাণি
জমুনাৰ তিৰে বাপ আতি মনোহৰ।
সুগন্ধিত বায়ু নিতে বহে সুগন্ধি পৱনে মোক দহে
কোকিলৰ নাদ আতিসয় কছিকৰ॥
কেলি কদম্বৰ আছে মুল সুগন্ধি পৱনে অনুকুল
আজিয়ো আচয় পুন্য ৰম্য বৃন্দাবন।
কোকিলৰ নাদে মনোৰম মধুপানে ৰত নিৰুপম
দুৰত বসন্তে উন্মত কৰয় মন॥ ৮৯৬

## সখিসকলৰ সান্ত্বনা বাণী।

ৰাসৰ মণ্ডল অনুপাম জাক দেখি জন্মে সতকাম
জলিয়া আচয় অদ্যাপি প্ৰদিপ পান্তি।
মনি সাৰ শ্ৰেষ্ঠ নিৰ্ম্মিচন্ত পসে জাত প্ৰভু ভগৱন্ত
সুৰ্য্য সম ৰাম মন্দিৰে কৰয় কান্তি॥
পুৰ্ন্ন চন্দ্ৰ কান্তি আছে তাত গোপ কন্যা আছে অসংক্ষাত
সুগন্ধি পুস্পৰ ৰছি আছে সজ্যাচয়।
ৰতিযোগ অৰ্থ মনোৰম কৰ্পুৰ তাম্বুল নিৰুপম
সুগন্ধি মালতি মাল্যচয় প্ৰকাসয়॥ ৮৯৭
চামৰ দৰ্পন জলে তাত মুকুতা মানিক অসংখ্যাত
হিৰা হাৰ চয়ে আতিসয় সুমণ্ডিত।
কস্তুৰি কুঙ্কুমে সমে তাত চন্দনে সম্পুৰ্ণ ৰত্ন পাত্ৰ
নানা উপবনে আতিসয় মনোনিত।
কুড়া সৰোবৰ মনোহৰ পদ্ম শ্ৰোনি তাত ৰুছিকৰ
সুগন্ধ পুস্পৰ বাৰিচয় মনোৰম।
সমস্তে বিভৱ আছে ঐত মোৰ প্ৰাননাথ আছে কৈত
কৈক গৈলা প্ৰভু ব্ৰহ্মাদিৰো পুজ্যত্তম॥ ৮৯৮
হাহা কৃষ্ন হাহা ৰাম নাথ কৈক গৈলা মোৰ প্ৰাননাথ
তুমি বিনে ইতো মোৰ থান নোসোভয়।
তযু দাসি মোৰ দোস চয় মৰসিও সবে দায়াময়
সেহি দোস চয় ক্ষেমা কৰা কৃপাময়॥
এহি বুলি পাছে চন্দ্ৰাৱলি মুৰ্চ্ছা গৈয়া পড়িলন্ত ঢলি
উদ্ধৱে চেতন কৰাইলন্ত পুনৰ্ব্বাৰ।
ৰাধাৰ ভক্তিক দেখি সন্ত পৰম আচাৰ্য্য মানিলন্ত
দগধ হৃদয় হুয়া ৰহিলন্ত আৰ॥ ৮৯৯
ৰাধিকাৰ সপ্ত সখি গনে চামৰক ধৰি তাৱক্ষনে
বুলিবে লাগিলা আতিসয় খেদ কৰি।
তিনি লক্ষ গোপি আতি প্ৰেমে সেবিয়া ৰহিলা অনুক্ৰমে
সতকোটি গোপি ৰাধাক ৰাখে আবৰি॥
দিনত নিসাত গোপি গনে ৰাখিয়া থাকয় অনুক্ষনে
কাজলক হাতে ধৰি কোনো জনি আছে।
কোন জনি হাতে মাল্য ধৰি ৰাধাক দিবাক অনুসৰি
সিন্দুৰ ধৰিয়া কোন আছে ৰাধা কাছে॥ ৯০০

কোন জনি পাত্রে স্বুবর্ণৰ চন্দনক লৈয়া ৰুছিকৰ
কোনো জনি হাতে ধৰি আছে গোৰোচন
কুঙ্কুমক লৈয়া আছে কোনো গ্রহন কৰয় ৰাধা জোনো
কোনো জনি হাতে ধৰিয়া আছে দর্পন ॥
কস্তুৰি সহিতে ৰত্ন পাত্রে কোনো জনি লৈয়া আছে হাতে
কোনো স্বাপাপুস্প পাত্রে কৰে পৰিছয়।
কোনো সোকে ৰত্ন পাত্র লৈয়া মধু পুর্ন করি আছে থৈয়া
সুগন্ধি তৈল্যক কোনো জনি ধৰিচয় ॥ ৯০১
কর্পুৰ তাম্বুল কোন জনি সুবাসিত কৰি থৈলা আনি
সুবাসিত জল কোনো জনি আনিচয়।
ক্রিড়াৰ পুতলা মনোনিত বিশ্বকৰ্ম্মে চিত্র বিচিত্রত
পুতলাক কোন জনি ৰাখে কৰি ভয় ॥
কোন জনি পাণ্ডু ৰহিচয় ৰাধিকাক লাগি কৰি ভয়
কেনো জনি ৰত্ন ভুষনক আনিচয়।
অগ্নিসুদ্ধ বস্ত্র দ্রব্য আনি অমোল্য বসন মনে মানি
ৰাখিয়া থাকন্ত কতোজনি কৰি ভয় ॥ ৯০২
ভক্ষ উপহাৰ গোপি চয় ৰাধিকাক লাগি কৰি ভয়
ৰাধাৰ সমিপে গোপিয়ে ৰাখি আচয়।
কেস বেস অর্থে গোপনাৰি মাল্য চয় তৈতে থৈয়া আৰি
অগ্রত কঙ্কন ধৰিয়া কতো থাকয় ॥
জয় বুলি আনে কতোজনি কতোজনি ধাত্রি ৰস আনি
কতোজনি আসি ৰাধাক তুতি কৰয়।
ৰাধাৰ সোকত কতো জনি প্রবোধ কৰিবে বোলে বানি
অতিসয় সোকে পড়িয়া তাতে কান্দয় ॥ ৯০৩
কোনজনি আসি গোপৰানি ৰাধিকাক হেন বুলি বানি
তপত সয্যাৰ পৰা আনি তুলি ধৰি।
মহা মনোৰম সয্যা কৰি তাহাত সুৱাইলা যত্নে ধৰি
সৰিৰত শ্রেষ্টা হুইবা জেনমত কৰি ॥
হেনয় ৰাধাক মুনি বড় দেখি সোক ভৈল উদ্ধৱৰ
উদ্ধৱে বুলিলা ৰাধিকাক ভয় কৰি।
বলোৰাম নাম দ্বিজে ভনে মোৰ মন ৰৌক নাৰায়নে
সদায়ে বুলিয়ো ৰাধা কৃষ্ণ ৰাম হৰি ॥ ৯০৪

## ৰাধাৰ প্ৰতি উদ্ধৱৰ পুনঃ সন্তাপ বাণি

উদ্ধৱ বদতি ৰাধা জগত ইশ্বৰি।
জানো কেসৱৰ তুমি প্ৰান সমসৰি ॥
সিদ্ধযোগি সৰ্ব্ব সক্তি সুসিদ্ধা স্বৰূপা।
প্ৰকৃতিৰ মুল তুমি দেবি ভক্তি ৰূপা ॥ ৯০৫
পৃথিবীক পাইলা তুমি শ্ৰীদাম সাপত।
কৃষ্ন প্ৰান দেবী তুমি থাকা হৃদয়ত ॥
কেসৱৰ সুভ বাৰ্ত্তা সুনা ভগৱানি।
সখি সমে থিৰ হুয়া সুনিয়ো গোসানি ॥ ৯০৬
দুখ সব দেখিবেক তযু হৃদয়ৰ।
অগনি নিৰ্ব্বান জেন বৰ্সনে জলৰ ॥
অমৃতৰ বৃষ্টি জেন দেহ স্বস্ত হুই।
কৃষ্নৰ বিৰহ দুখ দেখিব নিচ্ছই ॥ ৯০৭
ৰসায়নে জেন মতে দেহ স্বস্ত হুই।
তোমাৰ সৰিৰ স্বস্ত হুইবেক নিচ্ছই ॥
নন্দক ৰাখিচে বসুদেব মহাভাগি।
সুখে আছে নন্দ উপনয়নক লাগি ॥ ৯০৮
মঙ্গল কৰ্ম্মক কৰি জেবে সমাপত।
ৰামকৃষ্ন সমে নন্দ আসিবে সাম্প্ৰত ॥
গোকুলে আষিয়া হৰি মাতৃক নমিব।
মহা হৰ্সে ৰাত্ৰি বৃন্দা বনত পসিব ॥ ৯০৯
অল্প কালে দেখিবা কৃষ্নৰ চন্দ্ৰ মুখ।
সম্থে ত্যাগ হৈবে কৃষ্ন বিৰহৰ দুখ ॥
থিৰ হোৱা মাতৃ তেজাসোক নিদাৰুণ।
গ্ৰহণ কৰিয়ো অগ্নি শুদ্ধ যে বসন ॥ ৯১০
অমোল্য ৰত্নৰ অলঙ্কাৰ সুসোভন।
কস্তুৰি কুঙ্কুম সমে সুসিদ্ধ চন্দন ॥
কেসক সংস্কাৰ কৰি হুয়ো সুসোভন।
মালতিৰ মাল্যে সতি কৰিয়ো ভুষন ॥ ৯১১
সিখত সিন্দূৰ গণ্ডে ছিত্ৰ বিছিত্ৰিত।
গ্ৰহন কৰিয়ো মাত্ৰ চন্দনে সহিত ॥
আলতা নুপুৰ পায়ে কৰিয়ো ৰঞ্জন।
উঠিয়োক ভগৱতি ৰত্ন সিংহাসন ॥ ৯১২
পঙ্ক সয্যা এড়ি হৰ্ষ কৰিয়োক মতি।
সুমধুৰ মধুপান কৰা ৰাধা সতি ॥
সুবাসিত জল পান কৰা ৰাধা সতি।
কৰ্পুৰ তাম্বুল দেবি ভুঞ্জিয়ো সম্প্ৰতি ॥ ৯১৩
ৰত্নসমে নিৰ্ম্মি আছে সৰ্য্যা মনোহৰ।
অগ্নি শুদ্ধ বস্ত্ৰ তাতে আছে ৰুচিকৰ ॥
সুগন্ধি কস্তুৰি সমে মাল্য মালতিৰ।
পুষ্পাক সহিতে জাতি ছন্দনে ৰুছিৰ ॥ ৯১৪
সৰ্য্যা ছতুৰ্প্পাসে আছে মাল্য মালতিৰ।
হিৰা হাৰ ছয় আছে দেখিতে ৰুছিৰ ॥
মনি শ্ৰেষ্ট হিৰা মুক্তা মানিক সকলে।
ছন্দ্ৰ তাপ সবে আছে সুৰ্য্য সম জ্বলে ॥ ৯১৫
হেনয় সয্যাত দেবি কৰিয়ো সয়ন।
সেবিয়া থাকোক মাত্ৰ তযু সখি গণ ॥
স্ৱেত চামৰক ধৰি তযু সখি গণে।
তোমাৰ ছৰন সেৱা কৰোক এখনে ॥ ৯১৬
ৰত্নাসনে নিৰ্ম্মি আছে দৰ্পন চাহিয়ো।
কৃষ্নৰ ছৰণ ছিন্তি আনন্দে থাকিয়ো ॥
এহিবুলি মৌন ভৈল উদ্ধৱ মহন্ত।
ৰাধা পাদপদ্ম বিৰে পুনু নমিলন্ত ॥ ৯১৭
উদ্ধৱৰ বাক্য সুনি ৰাধিকা গোসানি।
সমস্তে যৌতক দিলা উদ্ধৱক আনি ॥
বিশ্বকৰ্ম্মে ৰছি আছে আঙ্গুষ্টি পাৱৰ।
প্ৰদিপৰ জোতি যেন আতি ঝাতিস্কাৰ ॥ ৯১৮
কৃষ্নক দিলন্ত অগ্নি ৰায মণ্ডলত।
পিত ধনু সুৰঙ্গ সুন্দৰ কান্তি মত ॥
কুণ্ডল সহিতে মনি অপুৰ্ব্ব ৰত্নৰ।
ভুসনৰে ভুসন দিলন্ত ৰুছিকৰ ॥ ৯১৯
অগ্নি সুদ্ধ বস্ত্ৰ যেন আতি মনোৰম।
ৰত্ন জান সমে দিলা আতি নিৰুপম ॥

হিৰা সাৰে নিৰ্ম্মিচন্ত সাত সৰিহাৰ।
মাঝে মাঝে ৰত্নে ৰছি আছে ঝাতিস্কাৰ॥ ৯২০
কুবেৰে দিলন্ত পুৰ্ব্বে আনি সেই হাৰ।
ৰাধা আনি দিলা হাৰ কুবেৰে দিবাৰ॥
ৰত্নে নিৰ্ম্মিলন্ত হুয়া পদ্ম মনোহৰ।
বৰুনে দিলন্ত পুৰ্ব্বে কৈলা দামোদৰ॥ ৯২১
কৃষ্ণক শ্ৰীসুৰ্যে দিলা মণি স্তেমন্তক।
পুৰ্ব্বে মণি দিলা হৰি মহা কৌস্তুভক॥
দুই মণি ৰাধা দেবি দিলা মনোহৰ।
মহেন্দ্ৰে দিবাৰ ৰত্ন সিংহাসন বৰ॥ ৯২২
সৰ্ব্বকালে জ্যোতিৰ্ম্ময় প্ৰকাস কৰয়।
কোটি পুৰ্ন ছন্দ্ৰ যেন নক্ষত্ৰে সোভয়॥
সেহি সিংহাসন দিলা ৰত্নে ঝাতিস্কাৰ।
মহাৰঙ্গে উদ্ধৱক কৰি সতকাৰ॥ ৯২৩
মণিৰত্নে নিৰ্ম্মি আছে ৰত্ন ছত্ৰবৰ।
মুকুতা মাণিক হিৰা ৰত্ন মনোহৰ॥
ৰত্নৰ দৰ্পনে চত্ৰ খান বিৰাজয়।
সৰ্ব্বকালে জ্যোতিৰ্ম্ময় প্ৰকাস কৰয়॥ ৯২৪
ৰাস মণ্ডলত ব্ৰহ্মা কৃষ্ণত অৰ্পিলা।
সেই চত্ৰ খান ৰাধা উদ্ধৱক দিলা॥
জপমালা মণিগনে মহা কান্তিমন্ত।
সেহিমালা উদ্ধৱক ৰাধাএ দিলন্ত॥ ৯২৫
উদ্ধৱে মালাক পাছে প্ৰণাম কৰিলা।
ৰাস মণ্ডলত সিৱে শ্ৰীকৃষ্ণক দিলা॥
জন্ম মৃত্যু জড়া ব্যাধি হৰ মনোহৰ।
চন্দ্ৰকান্ত মণিছত্ৰে দিলা তাত পৰ॥ ৯২৬
পুন্নছন্দ্ৰ সম মণি উদ্ধৱক দিলা।
উদ্ধৱ সমিপে মণিৰাজ প্ৰকাসিলা॥
মধুপুৰ্ন্ন ৰত্ন পত্ৰে ধিসুদ্ধ অধ্যয়।
ধৰ্ম্মে আনি দিলা জাতোক্ষয় নাহিকয়॥ ৯২৭
হেনয় পাত্ৰক কৃষ্ণে ৰাধিকাক দিলা।
ৰাধা দেবি উদ্ধৱত পাছে সমৰ্পিলা॥
জল ভোজনৰ পাত্ৰ সুদ্ধ সুবৰ্ন্নৰ।
সিদ্ধ অন্ন পৰমান্ন দিলে স্বাদকৰ॥ ৯২৮
পিষ্টককো দিলা ৰাধা কৰিয়া আদৰ।
ভোজন কৰিলা তাতে আতি স্বাদকৰ॥
কৰ্পুৰ তাম্বুল আনি দিলে মান্য কৰি।
সোভন ছন্দন মালা দিলন্ত সুন্দৰি॥ ৯২৯
বাঞ্চিত বৰক দিলা আৰ্শিৰ্ব্বাদ কৰি।
নানা প্ৰিতিছয় বাক্য বুলিলা সুন্দৰি॥
জিতো জ্ঞান কৈলা কৃষ্ণে ৰাধাৰ আগত।
সেহিজ্ঞান কৈল্যা পাছে ৰাধা উদ্ধৱত॥ ৯৩০
নিছল হুইলেক লক্ষ্মি পুৰুসৰ সত।
বিদ্যা জস কিৰ্ত্তি সুদ্ধ থাকিবে সতত॥
সৰ্ব্বসিদ্ধ হৈব তোৰ বাঞ্চিত মনৰ।
হৰি ভক্তি মধ্যে দাস্য হৈবে নিৰন্তৰ॥ ৯৩১
পাৰিসদ মধ্যে হৈবে ছেষ্টজে পৰৰ।
উদ্ধৱক ৰাধাদেবি দিয়া এহি বৰ॥
হৰ্স কৰি ৰাধাদেবি উঠি আসনত।
অগ্নি শুদ্ধ বস্ত্ৰ পিন্ধিলেক মনোহৰ॥ ৯৩২
অমোল্য ৰত্নৰ মালা ৰত্ন অলঙ্কাৰ।
পিন্ধিলন্ত ৰাধা দেবি গলে হিৰাহাৰ॥
সিন্দুৰ অঞ্জন পুঞ্জ সুগন্ধি চন্দন।
নানা অলঙ্কাৰ মাজে ভৈলা সুসোভন। ৯৩৩
আল্প হাস্য কৰি বসিলন্ত সিংহাসনে।
চামৰক ধৰি বিছিলন্ত সখিগনে॥
চতুৰ্পাযে সেবিয়া ৰহিল গোপিগন।
গোপিগনো আসি দিলা বস্ত্ৰ আভৰণ॥ ৯৩৪
কৃষ্ণৰ বাৰ্ত্তাক পাছে সুনি গোপিগন।
ৰঙ্গমনে পিন্ধি গৈল আপুনি বসন॥
ৰত্ন সিংহাসনে বসি ৰাধিকা সুন্দৰি।
উদ্ধৱক বুলিলন্ত সুমধুৰ কৰি॥ ৯৩৫

---

## উদ্ধৱৰ প্ৰতি শ্ৰীমতী ৰাধিকা।

সতকোটি গোপি আছে ৰাধাক আবৰি।
উদ্ধৱক সেইবেলা বুলিলা সাদৰি॥
নিকপট কৰিকহ মোত শিঘ্ৰ কৰি।
সত্যে আসিবেক গোকুলক দেৱহৰি॥ ৯৩৬
গোপিৰ সভাত কহ ভয় নকৰিবি।
সত্যক কহিলে তই মহা পুন্য পাইবি॥
সতকুপ দানে পুন্য পাই জত জত।
তাতোকৰি শ্ৰেস্ট এক বাপিৰ দানত॥ ৯৩৭
সত বাপি দানে পুন্য পায়ে জত জত।
সেহিপুন্য পায়ে এক যজ্ঞোঁ কৰণত॥
জজ্ঞঁৰ সতত কোটি পুত্ৰ শ্ৰেস্ট হয়।
পুত্ৰ সতোসম নোহে সত্যৰ নিশ্চয়॥ ৯৩৮
সত্যত কৰিয়া শ্ৰেষ্ঠ ধৰ্ম্ম নাই আন।
অসত্যত কৰি পাপ নাহি কিচোমান॥
সত্যত কৰিয়া বন্ধু নাহি কয় আন।
মন্ত্ৰদাতা গুৰুৰজে নাহিকে সমান॥ ৯৩৯
উদ্ধৱ বদতি মাতৃ কহো সত্যকৰি।
সত্যে আসিবেক হৰি দেখিবা সুন্দৰি॥
পুৰ্নচন্দ্ৰ সম মুখ দেখিবা সুন্দৰি।
তোমাৰ সন্তাপ দুৰ হৈব নিষ্ট কৰি॥ ৯৪০
নানা সুখ ভোগ কৰা জগত ইশ্বৰি।
দুৰন্ত ছিন্তাক মনে তেজা নিষ্ট কৰি॥
তোমাক প্ৰবোধ কৰি গৈয়া মথুৰাক।
কৃষ্ণক পঠাইবো আমি কহো সত্যবাক॥ ৯৪১
বিদায় দিয়োক মোক জাঞো মধুপুৰি।
তোমাৰ বৃতান্ত কথা কহিবো সংহৰি॥
যেন মতে আসে কৃষ্ণ কৰিবোহো তাক।
তযুদাস মত্রিঁ এবে জাইবো মথুৰাক॥ ৯৪২
সুনা সভাসদ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
ৰাধা উদ্ধৱৰ পদ আতি মনোহৰ॥
শ্ৰৱন কিৰ্ত্তন কৰে পাপি নিৰন্তৰ।
সংসাৰ তাৰক শ্ৰৱনৰ কছিকৰ॥ ৯৪৩
বেদৰো ৰহস্য জানা ৰাধা কৃষ্ণ দেৱ।
শ্ৰৱন কিৰ্ত্তন কৰি সদা কৰা সেৱ॥
কলি যুগে ইসে সাৰ তেজা আন কাম।
ৰাধা কৃষ্ণনাম লৈয়ো সদা অভিৰাম॥ ৯৪৪

---

## লেছাৰি।

উদ্ধৱৰ আগে বোলে বানি পৰম বিসাদে ৰাধা ৰানি
সুনিয়ো উদ্ধৱ মহা মানি।
মথুৰা নগৰে জাইবি তথিঁ মনোহৰ॥
কৃষ্ণৰ বিযোগ মোৰ জ্বৰ দেহৰ বিৰস নিৰন্তৰ
মনোত ছিন্তোহো দামোদৰ।
বিশ্ৰুতি নহৈবি পাছে মোক নিৰন্তৰ॥ ৯৪৫
উদ্ধৱ মহন্ত হোৱা থিৰ তযু সম নাহি মহাবিৰ
কহো দুখ কথা মুনিবৰ।
মথুৰাক গৈয়া কহিবাহা ভাল কৰি॥

মোৰ স্বামি যেন দেৱ হৰি    মোৰ পাষে আইসে যেন কৰি
পথাইবাহা গৈয়া নাপাসৰি।
নিছয় পাঞ্চিবা মোহোক মনে সুমৰি॥ ৯৪৬
নাৰিৰ মনৰ বাঞ্চা ছয়    কোনে জানিবেক মহাসয়
পণ্ডিত সকলো নজানয়।
সাস্ত্র অনুসৰি কিচো মনে কৰে নিৰুপন॥
সুনিয়ো উদ্ধৱ মহাসয়    বেদে ছিত্ত স্ত্রিৰ নজানয়
বেদো কহিবাক নপাৰয়।
স্ত্রিৰ ছিত্ত কৈবে আন কোন সাস্ত্র গন॥ ৯৪৭
উদ্ধৱ মহন্ত মহাবিৰ    তুমি পুত্র আতি মহাবিৰ
কৰিবে নপাৰো মন থিৰ।
কৃষ্ণৰ হৃদয় কহিবো কথা সকল॥
ভেদ নাই মোৰ গৃহ বন    পস্থ মনুস্যতো একমন
জল থল ভেদ নাহি জ্ঞান।
দীবা নিসা ভেদ নাহিকয় মহাবল॥ ৯৪৮
নজানোহো মই আপুনাক    চন্দ্রৰ সুর্য্যৰ উদয়ক
জ্ঞান নাহি সন্ধ্যা কাল এক।
কৃষ্ণৰ বাৰ্ত্তায়ে দেহ ভৈল অচেতন॥
কৃষ্ণৰ আকৃতি দেখি তোৰ    সুললিত ধ্বনি সুনি মোৰ
কুল লজ্জা এৰি মই ঘোৰ।
আমি ছিন্তি থাকো কৃষ্ণৰ দুই ছৰণ॥ ৯৪৯
জগত ইশ্বৰ নাৰায়ন    প্রকৃতিৰ পৰ সনাতন
সমস্তেৰে আত্মা অকাৰন।
তাহান মায়াই মোহ ভৈলো সমুদাই॥
গোপৰ বালক বুলি মনে    ভৰ্চ্ছিলোহো মই অনুক্ষনে
কোপ কৰি আৰি নাৰায়নে।
এতি হৃদি সেলে মোৰ দহে সৰ্ব্বকাই॥ ৯৫০
কৃষ্ণ পাদ পদ্ম যিতো জনে    কৃষ্ণ গুন নাম অনুক্ষনে
কৃষ্ণ ভক্তি ৰস পিবে মনে।
কৃষ্ণ পুজা ধ্যানে কালক যিতো নিয়য়॥
তাহাৰ মঙ্গল সৰ্ব্বকালে    হৰ্ষে থাকে সিতো কৰি ভালে
তাৰ জানা নাহিকাল ব্যালে।

উদ্ধৱ জানিবা তাৰ নাহি আয়ূক্ষয় ॥ ৯৫১

সুনা বাপু তুমি যদুবিৰ হৃদয়ে ব্যাকুল মন থিৰ
কৰিবে নপাৰো মহাধিৰ।
পুনৰপি মই নপাইবো কৃষ্ণ সঙ্গক ॥

পুৰ্ব্বৱতে মোৰ কৃড়া ৰতি সৌভাগ্য সঙ্গম ৰস আতি
কৃষ্ণৰ আহ্লাদ মোত পৃতি।
আক কি দেখিবো সুন্দৰ মুখ পদ্মক ॥ ৯৫২

হেন কৃষ্ণ দেৱ নাৰায়ন তোমাৰ ছৰণ অনুক্ষন
নিমজি থাকোক মোৰ মন।
এহি অনুগ্ৰহ কৰিয়োক দেৱ হৰি ॥

মুখত লৈবোহো তযু নাম বিসয়ৰ যেন তেজো কাম
বুলিবোহো সদা ৰাম ৰাম।
সংসাৰ সাগৰ যেন জাইবো আমি তৰি ॥ ৯৫৩

---

## কৃষ্ণ বিয়োগত ৰাধিকাৰ মনস্তাপ।

### ( মুক্তাৱলী )

সোকত ব্যাকুলে ৰাধা দেবি বোলে
তেজিয়া সকলে সোক অগ্নি জলে।
কৃষ্ণৰ আগত কৈবে প্ৰতি উদ্ধৱত ॥

ৰাধাই বোলয় উদ্ধৱজে তয়
সুনিয়ো নিচ্চয় হৰি সঙ্গে ময়।
নিৰ্জ্জান বনত নকৰিবো কৃড়া কৃত ॥ ৯৫৪

সুন বাপ তই কৃষ্ণ সঙ্গ লই
বৃন্দাবনে মই নজাইবো নিচ্চই।
কৃষ্ণক নেদিবো ছন্দনকো হৃদয়ত ॥

ইতো বৃন্দাবনে নন্দৰ নন্দনে
পৰম জতনে নেদিবোহো মনে।
নানা পুষ্প মাল্য সোভিত কণ্ঠ দেশত ॥ ৯৫৫

তান পদ্ম মুখ নেদেখিলে দুখ
মনত অসুখ ভৈলোহো বিমুখ।
নচাইবোহো মই সেই মুখ পুনৰ্ব্বাৰ ॥

মালতিৰ বন কেতেকি কাঞ্চন
চম্পক গহন সঙ্গে নাৰায়ন।
ৰাসমণ্ডলক নজাইবোহো মই আৰ ॥ ৯৫৬

মাধবিৰ বন কানন ছন্দন
বদৰি গহন মধুৰ কানন।
কৃষ্ণৰ সঙ্গত মই নজাইবো নিচ্চই ॥

জমুনাৰ জলে নামি কতুহলে
আতি সুনিৰ্ম্মলে মই অবিকলে।
কৃষ্ণে সমে কৃড়া নকৰিবো মহাসয় ॥ ৯৫৭

কৃড়া সৰোবৰে পৰম সুন্দৰে
ৰথে কৃড়াকৰে সখি নিৰন্তৰে।
পুনু সখি সমে নকৰিবো কৃড়া তাত ॥

মলয়া বনত ৰত্ন মন্দিৰত
পুনু ক্ৰূড়া ৰত নকৰো সতত।
পুনুৰপি মই নজাইবো তাক সাক্ষাত ॥ ৯৫৮
শ্ৰীখণ্ড কানন বিস্মন্দক বন
ৰম্যসুৰ সন পুস্পৰ শোভন।
কৃষ্ন সমে মঞি নজাইবো তাক সাক্ষাত ॥
চন্দ্ৰ সৰোবৰ সুনিৰ্ম্মল বৰ
কৃষ্ন সমে আৰ নজাইবোহো সাৰ।
কৃষ্ন সমে মঞিঁ নকৰো ক্ৰূড়া জলত ॥ ৯৫৯
ইন্দ্ৰৰ নন্দক পুষ্পৰ বনক
ৰম্য সুভদ্ৰাক আনো অৰন্যক।
পুনৰপি মই নজাইবোহো হৰি সঙ্গে ॥
গোপি সমে মই নকৰো বিনই
নন্দৰ তনয় নকৰো প্ৰনয়।
কৃষ্ন সমে ক্ৰূড়া নকৰিবো মন ৰঙ্গে ॥ ৯৬০
হাহা প্ৰানহৰি মোক গৈলা এড়ি
তোমাক সুমৰি প্ৰান আছো ধৰি।
এহি বুলি ৰাধা কান্দিয়া সোক কৰয় ॥
কৃষ্নৰ চৰনে ছিন্তিলন্ত মনে
লোতক নয়নে ধ্যানে নাৰায়নে।
কৃষ্নক স্মৰিয়া বিমুৰ্চ্চিত ভৈল ভয় ॥ ৯৬১
ভনে বলোৰাম মুক্তাৱলী নাম
কৃষ্নক প্ৰনাম মাধৱৰ নাম।
কৃষ্নৰ ছৰন ছিন্তিবোহো এড়ি কাম ॥
দেৱ নাৰায়ন নন্দৰ নন্দন
প্ৰভু সনাতন পাতক মোছন।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৯৬২

---

## উদ্ধৱৰ সান্ত্বনা বাক্য।

নাৰায়ণ বদতি নাৰদ মুনিবড়।
পৰম বিস্ময় মনে ভৈলা উদ্ধৱৰ ॥
মৃতক আকাৰ ৰাধিকাক বিৰে দেখি।
বিপুল ভয়ক পাইল সৱিৰ নিৰেখি ॥ ৯৬৩
ভাগ্যৱতি ৰাধাক দেখিয়া মহাসন্ত।
সমস্তে জগতমানে তুছ মানিলন্ত ॥
আপোনাক তুছমনে উদ্ধৱে দেখিলা। ৯৬৪
মৃতক সদৃষি ৰাধা চেতন কৰাইলা ॥
উদ্ধৱ বদতি মাতৃ হুয়োক ছেতন।
জগত জননি তযু প্ৰণামো ছৰণ ॥
প্ৰাক্তনক স্মৰি কৃষ্ন দেখিয়ো প্ৰত্যেক।
পবিত্ৰ কৰিয়া আচা তুমি সংসাৰক ॥ ৯৬৫
তোমাৰ ছৰন ৰেণু পায়া বসুমতি।
পৰম পবিত্ৰ হুয়া আছে মাতৃ আতি ॥
তযু কুল পবিত্ৰ কৰিলা মাতৃ সতি ॥
গোপৰ সুন্দৰি ভৈল মহা পুন্যৱতি ॥ ৯৬৬
তোমাৰ নামক স্মৰি জত ৰোগিছয়।
সবে ৰোগ নাস হৱে নাহিকে সংসয় ॥
তযু যস বেদো কহি আছে সন্ত ছয়।
লোকে তযু যস গিত গাইবেক নিছয় ॥ ৯৬৭
কৃত্য পাপ হৰিবেক সমস্তে লোকৰ।
তিৰ্থতো কৰিয়া পুত্ৰ যস মনোহৰ ॥
তযু যসে হৰি ভক্তি হৰিত বাঢ়য়।
তযু যসে সৰ্ব্ব বিঘ্ন বিনাস কৰয় ॥ ৯৬৮
তুমি ৰাধা তুমি কৃষ্ন তুমিসে পুৰুষ।
প্ৰকৃতিত পৰ তুমি দেৱ নিৰঙ্কুষ ॥
ৰাধা মাধৱৰ ভেদ নাহি পুৰানত।
ৰাধাকৃষ্ণ ভেদ নাই সকলে বেদত ॥ ৯৬৯
হেন তুতি কৰি জেবে উদ্ধৱ আচন্ত।
সেহিবেলা মাধবি গোপিনি আসিলন্ত ॥
মুৰ্চ্ছা গত ৰাধিকাক মাধবি দেখিলা।
উদ্ধৱক পাচ কৰি সমীপ চাপিলা ॥ ৯৭০
ৰাধিকাৰ আগে পাচে মাধবি সুন্দৰি
ৰাধিকাক বুলিলন্ত আতি সোক কৰি ॥

## মাধৱী আদিৰ সান্ত্বনা বাণি

মাধবি বদতি সখি একো নজানাহা।
কৃষ্ণৰ ৰূপক সখি কিসক স্মৰাহা॥ ৯৭১
কিবা সিদ্ধ প্ৰসিদ্ধ তাহান গুন বিৰ্য্য।
মহা পৰাক্ৰমী কিবা তাহান ঐচৰ্য্য॥
কৈৰপৰা আসিলেক গৈল কৈক প্ৰতি।
মনে বিমৰসি তুমি চাহা ৰাধা সতি॥ ৯৭২
বালক স্বৰূপ ধৰিচিলা গোপবেস।
ৰাজপুত্ৰ নোহে কৃষ্ণ নুহিকে বিসেস॥
নন্দ পুত্ৰ হুয়া কৃষ্ণ আচিল গোপাল।
ৰাতৃ দিনে স্মৰা তাঙ্ক নুহিকয় ভাল॥ ৯৭৩
আপোনাক ৰাখা তুমি মাত্ৰ যত্ন কৰি।
আপোনাত কৰি পৃয় নাহিকে সুন্দৰি॥
মালাৱতি বদতি সুনিয়ো ৰাধা সতি।
লাজ ধিকাৰক এৰিলাহা তজু সতি॥ ৯৭৪
সমস্তে যুবতি স্ত্ৰীৰ কৰিলা অজস।
তোমাৰ জিৱন বৃথা ভৈলা পৰবেস॥
অন্তৰত পতি ভাৱ বাহিৰে গোপাল।
হেন ভাৱে থাকে জানা যুবতি সকল॥ ৯৭৫
অন্তৰ ভাৱক জিতো বাহিৰ কৰয়।
স্বকিয় যসস্যা ক্ষয় কৰি নাৰিচয়॥
চক্ষুৰ লোতক সখি কৰিয়ো গোপন।
গোপ্যকৰি স্বামিক চিন্তিয়ো অনুক্ষণ॥ ৯৭৬
সত্ৰু মিত্ৰ জানিবাহা কাৰ্য্য বসে হই।
ধনহৰে প্ৰানহৰে সৰ্ব্বস্ব হৰই॥
কটুবাক্য বোলে নানা দুস্খক দিয়ই।
কাৰ্য্যবসে ৰাধা সতি এহি সত্ৰু হই॥ ৯৭৭
স্বকুলৰ বাক্য কৰি সোক সাগৰত।
তোমাক পেলাই গৈয়া আছে মথুৰাত॥
নিষ্ঠুৰ দাৰুন কৃষ্ণ তাহাঙ্ক স্মৰিয়া।
নজানিয়া দাৰুন সোকক আচা পায়া॥ ৯৭৮
জত্ন কৰি ৰাখা তুমি দেহ আপোনাৰ।
আপোনাত পৰে পৃয় নাহিকয় আৰ॥
ৰাধিকাৰ আগে কহে গোপি পদ্মাৱতি।
মোহোৰ উত্তৰ সুনা ৰাধিকা সম্প্ৰতি॥ ৯৭৯
অবসক বসবৰ্ত্তি কৰিবেক কোনে।
জমুনাৰ তীৰে পুৰ্ব্বে কহিছে আপুনে॥
জিতো স্বামি অবস নাৰিৰ নোহে সুখ।
কপট কৰিয়া স্ত্ৰীক দেই মহা দুখ॥ ৯৮০
বিদ্যুতিকা সমে পৃতি জলে ৰেখাচয়।
খলৰ সুপৃতি জানিবাহা সেহি নয়॥
নিতি শাস্ত্ৰ জানিয়া তিনিক নকৰয়।
খলত বিস্বাস কুকুৰত সেহি নয়॥ ৯৮১
তেজিয়া যমুনা তিৰে কৃষ্ণৰ বদন।
অল্প হাস্য কটাক্ষ কৰিলা নিৰিক্ষন॥
মুখ পদ্মো আৰ কৰে তোমাক দেখিয়া।
পুনু পুনু চাহা তুমি ব্যামোহ কৰিয়া॥ ৯৮২
দেহাত চেতন জ্ঞান তোমাৰ নভৈল।
গৃহ কাৰ্য্য গুৰু ভয় সকলে গুছিল॥
সখিগন তোমাক বুলিলি জিতো বানি।
কৃষ্ণক চাহন্তে নুসুনয় ৰাধা বানি॥ ৯৮৩
আহাৰকো তেজি সৰ্ব্বদায়ে কৰা ধ্যান।
সমস্তে তেজিয়া সখি নাহিকয় জ্ঞান॥
কদলি বনত সখি তুমি আছা ঐত।
মথুৰাত থাকে কৃষ্ণ তুমি পাইবা কৈত॥ ৯৮৪
সত্ত্বে জদি তেজা প্ৰান নাসিবেক হৰি।
আপোনাক ৰাখি কালে দেখিবা সুন্দৰি॥
চন্দ্ৰমুখি বোলে সুনা ৰাধিকা সুন্দৰি।
প্ৰাক্তন কৰ্ম্মেসে সুখ ভুঞ্জে নিষ্ট কৰি॥ ৯৮৫
ইশ্বৰে বাঞ্চিলে দুস্খ হোৱয় সতত।
দুস্খ সোক প্ৰাক্তনেসে দেই নানা মত॥

প্ৰাক্তন কৰ্ম্মেসে হোৱে সকলে সম্পতি।
প্ৰাক্তনেসে দেই জানা দেহত বিপতি॥ ৯৮৬
ভাৰত বৰিস জানা আতি পুণ্য ভুমি।
প্ৰকৃতিত পৰ তুমি লভিলাহা স্বামি॥
তথাপিতো কাম বানে সৰিৰ দহয়
প্ৰাক্তন কৰ্ম্মক কোনে বুঝিবে পাৰয়॥ ৯৮৭
অগ্নিসম হৱে গাৱে পৰিয়া চন্দন।
সততে কৰয় দাহ স্মগন্ধি পৱন॥
তাহাৰকো তেজি ৰাধা কৃষ্ণক চিন্তয়।
স্বাস মাত্ৰ দেহে আছে বাক্য নোবোলয়॥ ৯৮৮
কৃষ্ণক নিন্দস মূঢ়া গোপিনি সকল।
প্ৰসংসা কৰিয়া পুণ্য কৰা অবিকল॥
কৃষ্ণগুণ স্নুনি তান নামক স্মৰিয়া।
চেতন লভিয়ো গায়ে বাৰ্ত্তাক স্মুনিয়া॥ ৯৮৯
সখিকলা বোলে কিবা জানস মাধবি।
ব্ৰহ্মা আদি দেৱে জাক সদা আছে সেবি॥
বেদেয়ো নজানে জাক আনো দেৱগন।
তুতিৰ অসাধ্য পুজে জাহাৰ চৰন॥ ৯৯০
কামদেৱ সমো নোহে ৰূপক সমান।
অশ্বিনি কুমাৰ চন্দ্ৰো সম নোহে আন॥
অসংঙ্খাত বিস্বে ব্ৰহ্মা বিষ্নু মহাদেৱ।
মনু মুনি সিদ্ধ গনো সদাকৰে সেৱ॥ ৯৯১
সদায়ে কৰন্ত ধ্যান নিৰ্গুন কৃষ্ণক।
বেদে সক্ত নোহে জানা কৰিবে তুতিক॥
মহাভয়ে জাৰ ৰূপা দেবি সৰস্বতি।
অনন্তো কাম্পয় তুতি কৰিবাক প্ৰতি॥ ৯৯২
বেদৰো জনক ব্ৰহ্মা তেহো নপাৰয়।
সমস্তে জগতে জাৰ চৰন সেৱয়॥
সত্য নিত্য ইস কৃষ্ণ অত্যুদাৰ মতি।
হেনয় কৃষ্ণক গোপি মাধবি নিন্দতি॥ ৯৯৩
পৰম পবিত্ৰ ইতো সভা গোপিকাৰ।
অপবিত্ৰ কৰিলেক গোপিকা ইবাৰ॥
জিৱন নিস্ফল এই ভৈল পাপ মতি।
সমস্তে গোপিত কৰি ৰাধা পুণ্যবতি॥ ৯৯৪
দিনত ৰাত্ৰিত সৰ্ব্বদায়ে কৰে ধ্যান।
ৰাধিকা সমান ভাগ্যঅতি নাহি আন॥
কৌটি জন্মে জিতো জিতো পাপক কৰয়।
জাৰ নাম স্মৃতি মাত্ৰে পাতেক হৰয়॥ ৯৯৫
ৰত্নমালা বদতি স্মুনিয়ো গোপিগন।
বাম হাতে কৃষ্ণে ধৰিলেক গোবৰ্দ্ধন॥
জগতৰে পিতৃ জিতো কৃষ্ণ কৃপাময়।
তান পৰাক্ৰম যয আচৰ্য্য নোহয়॥ ৯৯৬
পৰ্ব্বত সহস্ৰ যিতো ভাঙ্গিবে পাৰয়।
লিলা মাত্ৰে দৈত্য লক্ষ সংহাৰ কৰয়॥
জাৰ অংস কালা ভাগে বৰাহ শ্ৰীহৰি। ৯৯৭
দন্ত অগ্ৰে বসুমতি আনিলা উদ্ধাৰি॥
হেনয় কৃষ্ণৰ সৌৰ্য্য পৌৰুস নিপুন।
কোনে কহিবেক আৰ তান যয গুন॥
পাৰিজাত বদতি স্মুনিও সখি গন।
সসাগৰা ভুমি সমে সশৈল কানন॥ ৯৯৮
সপত পাতাল সপ্ত স্বৰ্গ মনোহৰ।
ব্ৰহ্মলোক সমে আৱৰজে নিৰন্তৰ॥
এহি পৰিমিত ব্ৰহ্মাণ্ডৰ নিৰূপম।
মহা বিষ্নু ৰোম কুপে থাকে অনুসম॥ ৯৯৯
মহা বিষ্নু সৰিৰত আছে ৰোম জত।
সেহি পৰিমিত বিশ্ব থাকয় সতত॥
হেন মহা বিষ্নু হৱে সোৰস ভাগৰ।
এক ভাগ সখিগন জানিবা কৃষ্ণৰ॥ ১০০০
হেনয় কৃষ্ণৰ ৰাখি ঘোৰ পৰাক্ৰম।
মহিমাকো কোনে জানিবেক নিৰূপম॥
পৰম লম্পট মাধবিজে গোপ নাৰি।
কিবা জানিবেক এই নিন্দিলে মুৰাৰি॥ ১০০১
মাধবি বদতি উদ্ধৱজে মহাসয়।
মঞিঁ জিবা কহি আচো গোপি নজানয়॥

আপোন ইছায়ে বিষ্নু হৰয় নিৰ্গুন।
স্বকিয় ইস্বায়ে হৰি হোৱয় সগুন॥১০০২
তুমি ভাৰ হৰিবাক গোপ ৰূপ ধৰি।
সমস্তে দুষ্টক বধি বক দেৱহৰি॥
পুৰাণ ভাৰত বেদ সিদ্ধ সন্ত চয়।
ব্ৰহ্মাহৰ অনন্তো জাহাক নজানয়॥১০০৩
গোপকন্যা লম্পটী বিমূঢ়া আমি নাৰি।
কেনমতে জানিবোহো মহা অহঙ্কাৰি॥
নিৰ্গুন ইশ্বৰ তান দেহ নাহিকয়।
ভক্তৰ নিমিত্তে দেহ তথাপি ধৰয়॥১০০৪
দেহৰ সম্বন্ধে ঘটে আক্ষেপ নিশ্বয়।
ৰূপস্থন্য ব্ৰহ্মে আক্ষেপকো নঘটয়॥
মোহোক নিন্দয় গোপি নুবুঝি বচন।
নজানয় ইশ্বৰক এহি গোপিগন॥১০০৫
গোপিৰ বচন শুনি উদ্ধৱ মহন্ত।
ভক্তিত পুলক হুয়া বিহ্বল ভৈলন্ত॥
কৃষ্নক চিন্তিয়া মনে ক্ৰন্দন কৰিলা।
বিমুৰ্চ্ছিত হুয়া পাছে তথাতে পৰিলা॥১০০৬

## উদ্ধৱৰ বিলাপ।

গোপিকাৰ ভক্তি দেখি উদ্ধৱ মহন্ত।
আপোনাক তুচ্ছ মানি বাক্য বুলিলন্ত॥
উদ্ধৱ বদতি সুনা গোপি নিৰন্তৰ।
দ্বিপমধ্যে জম্বু দ্বিপ আতি পুন্যতৰ॥১০০৭
জাহাত ভাৰতবৰ্ষ আতি পুন্যতম।
পুন্যকৰি বানিজাৰ বানিজ উত্তম॥
ভাৰতত পুন্য কৰি সুভফল পাই।
বৰ্ষত ভাৰত পুন্য জানা সমুদাই॥১০০৮
গোপিকাৰ পদ ৰেনু লভিছে সতত।
এতেকে পবিত্ৰ জানা বৰ্ষত ভাৰত॥
তাতোকৰি পুন্যৱতি গোপিকা সকল।
নিতে ৰাধা পাদ পদ্ম সেৱে অবিকল॥১০০৯
পুৰ্ব্বে ব্ৰহ্মা তপস্যা কৰিলা বিপৰিত।
ষষ্ঠি বৰ্ষ সহস্ৰজে সাৱধান চিত॥
ৰাধিকাৰ পাদ ৰেনু লভিবাক প্ৰতি।
দুস্কৰ তপক কৰিলন্ত প্ৰজাপতি॥১০১০
গোলোক বাসিনি ৰাধা কৃষ্ন প্ৰান প্ৰিয়া।
সুদামৰ সাপে বৃকভানু সুতা হুয়া॥
আসিলন্ত পৃথিবিক জগত ইশ্বৰি।
কৃষ্নৰ ভক্তৰ মধ্যে নাহিজাক সৰি॥১০১১
ব্ৰহ্মা আদিকৰি বিষ্নু ভক্ত আছে জত।
ৰাধিকা গোপিৰ সম নোহে স্বৰূপত॥
সোড়শ ভাগৰ এক ভাগ নোহে সৰি।
স্বৰূপে জানন্ত ভক্তি ৰাধা সুৰেশ্বৰি॥১০১২
কৃষ্নৰ ভক্তিক জানে শিৱ মহেশ্বৰ।
ৰাধা গোপ গোপি গনো জানে নিৰন্তৰ॥
গোলোকে নিবাস জিতো কৰিয়া আচয়।
সেহি গোপ গোপিগনে ভক্তিক জানয়॥১০১৩
কিচোমান জানে ভক্তি সনত কুমাৰ।
কিচুমান ব্ৰহ্মা জানে ভক্তিৰ বিচাৰ॥
কিচো কিচো কৰি ভক্তি জানে ভক্তচয়।
সিদ্ধ মুনি গনো কিচো জানিয়া আচয়॥১০১৪
কৃত কৃত্য ভৈলো আমি গোকুলে আসিয়া।
নিচঞ্চলা হৰি ভক্তি গোপিৰ দেখিয়া॥
মথুৰাক নজাইবোহো সমিপ কৃষ্নৰ।
জন্মে জন্মে হৈবো আমি গোপিৰ কিঙ্কৰ॥১০১৫
গোপিকা জিমত ভক্তি কৃষ্নত কৰয়।
সেহিমত ভক্তি আন কোনো নজানয়॥
আচৰ্য্য মানিয়া জেবে উদ্ধৱ আচন্ত।
সেহিবেলা কলাৱতি বাক্য বুলিলন্ত॥১০১৬

## উদ্ধৱৰ প্ৰতি কলাৱতী।

কলাৱতি বদতি উদ্ধৱ বিৰবড়।
আমি তিনি জন্মি আচো পিতৃৰ মনৰ॥
পিতৃৰ মনৰ হন্তে আমি তিনি কন্যা।
তিনিয়ো ভগিনি মেনা কলাৱতি ধন্যা॥১০১৭
কুমাৰ সাপত আমি ভ্ৰমো পৃথিবিত।
জনকৰ পত্নি ধন্যা জানা স্বৰূপত॥

সীতাৰ জননী ধন্যা মহা পতিব্ৰতা।
অযোনী সম্ভৱা সীতা মাতৃ সমন্বিতা ॥১০১৮
হিমালয় ভাৰ্য্যা মেনাৱতি পতিব্ৰতা।
অযোনি সম্ভবা মেনা তাহান দুহিতা ॥
মাতৃ সমে দুৰ্গা দেবি অযোনি সম্ভবা।
বৃক ভানু ভাৰ্য্যা মই উদ্ধৱ জানিবা ॥১০১৯
ৰাধিকাৰ মাতৃ আমি অযোনি সম্ভৱা।
অযোনি সম্ভৱ ৰাধা জানিবা উদ্ধৱ ॥
বৃক ভানু সুতা হুয়া ৰাধিকা আচয়।
জগত ইশ্বৰি ৰাধা লোকে নজানয় ॥১০২০
সুদাম সাপত ৰাধা ভুমিক আসিল।
ৰাধিকা সমান নাহিকয় পুন্যসিল ॥
তিনিয়ো ভগিনি আমি সনত সাপত।
পৃথিবিক আসি আচো জানা স্বৰূপত ॥১০২১
পুৰ্ব্বে আমি গৈলো খিৰ সাগৰক প্ৰতি।
তিনিও ভগিনি ভক্তি কৰি একমতি ॥
ক্ষিৰোদৰ তিৰে স্বেত দ্বিপ মনোহৰ।
তাৰ তিৰে থাকে বিষ্নু জগত ইশ্বৰ ॥১০২২
বিষ্নুক দেখিবে গৈলো কৰি মনে সাৰ।
পথত দেখিলো আমি সনত কুমাৰ ॥
অভ্যুৎথান নমস্কাৰ আমি নকৰিল।
ক্ৰোধত কুমাৰে পাচে আমাক সাপিল ॥১০২৩
সনত বদতি মুঢ়া বৈভগ্নি তিনি নাৰি।
স্বৰ্গক নজাইবি পুনু মহা অহঙ্কাৰি ॥
অহঙ্কাৰ হেতু থাকিবাহা পৃথিবিত।
মনুস্যৰ পৃয়া হুয়া ৰহিবা ভুমিত ॥১০২৪
আমি পুনু তুতি নতি কৰিলো বিস্তৰ।
পুনু তুস্ত হুয়া দ্বিজে দিলা ইষ্ট বৰ ॥
বিষ্নু অংস হিমালয় জিতো গিৰি বড়।
তান ভাৰ্য্যা জেস্টা মেনা হোৱা ৰুচিকৰ।১০২৫
অযোনি সম্ভবা কন্যা লভিবা পাৰ্ব্বতী ॥
বিহা কৰিলন্ত সিৱে কন্যা ৰূপৱতী।
মহা যোগি জনকৰ ভাৰ্য্যা হোৱা ধন্যা।
মহা লক্ষি সীতা দেবী লভিবাহা কন্যা।১০২৬
বৃক ভানু বৈস্য জিতো যোগিৰ প্ৰবৰ।
দুৰ্ব্বাসাৰ সীস্য ৰূপৱন্ত মনোহৰ।
তান ভাৰ্য্যা হৈবা তুমি দেবী কলাৱতী।
দ্বাপৰ যুগৰ অন্তে গোকুলত বতি।১০২৭
সুদামৰ সাপে ৰাধা দেবি সুৰেস্বৰি।
কলাৱতি সুতা নাম থাকিবেক ধৰি।
ভুভাৰ সংহাৰ কৰিবাক দেৱহৰি।
পৃথিবীক আসিবেক পুন্য লিলা কৰি।১০২৮
বৃক ভানু ৰাধাসমে কলাৱতি সতি।
জিৱ মুক্ত হুয়া জাইব গোলাকক প্ৰতি ॥
সীতা সমে ধন্যা নাৰি বৈকুণ্ঠক জাইব।
পাৰ্ব্বতীক স্যাৰি মেনা বৈকুণ্ঠে পসিব।১০২৯
তিনিয়ো যাইবাহা সেহি দেহে মুক্তহুয়া।
কল্পৰ অন্তৰে বিষ্নুলোক পাইবা গৈয়া।
লক্ষিৰ সদৃস ভোগ চয়ক ভুঞ্জিবা।
মোৰ বড়ে বিষ্নুলোকে সুখতে ৰহিবা।১০৩০
বিপত্তি নভৈলে কাৰো ভাল নুহিকয়।
পুৰ্ব্বে দুস্থ গৈলে পৰে সুখক লভয় ॥
হেন বড় দিয়া গৈল সনত কুমাৰ।
আমি তিনি ভুমিক চলিয়া আচো আৰ ॥১০৩১
তিৱ পুন্যে সনত কুমাৰ নিৰেখিলো।
সেহি পুন্যে বিষ্নুৰূপ তিনিয়ো দেখিলো ॥
কৰ্ম্মক্ষয় ভৈলা কৃষ্ন দৰ্স্যনে আমাৰ।
কুমাৰৰ মুখে জ্ঞান লভিলোহো আৰ ॥১০৩২
নিৰ্গুন নিৰিহ কৃষ্ন প্ৰকৃতিত পৰ।
পৰমাত্মা নিৰঞ্জন জগত ঈশ্বৰ ॥

## তুলসী দেবী।

এহিবুলি কলাৱতি মৌন হুয়া ৰৈল।
সেহিবেলা গোপিনি তুলসি কৈবে লৈল ॥১০৩৩
পঞ্চপ্ৰানে বিষ্নু সদা পৃথকে থাকয়।
মনত জে ব্ৰহ্মবুদ্ধি প্ৰকৃতি নিচ্ছয় ॥

জ্ঞানৰ স্বৰূপ সত্ত্ব পৌৰুষ ধৰ্ম্মত।
গুনাত্রিত পৰমাত্মা সমস্তে ভুতত ॥১০৩৪
জিবৰ কৰ্ম্মৰ সাখি পৰমাত্মা ৰূপ।
সেহি পৰমাত্মা কৃষ্ন জানিবা স্বৰূপ ॥
সুখ দুখ কৰ্ম্মফলে জিতো ভোগ কৰে।
সেহি জিব প্ৰতিবিম্ব জানিবা কৃষ্নৰে ॥১০৩৫
চন্দ্ৰ সুৰ্য্য চক্ষুত জে জিহ্বা সৰস্বতি।
বাহুত জে লোক পাল চৰ্ম্মে বসুমতি ॥
পাড়িচাৰকজে ৰূপ জানিবা আত্মাৰ।
জিব গৈলে সবে জাই নুহিকয় সাৰ ॥১০৩৬
জেন ৰাজা গৈলে সভা খানে লগে জাই।
আত্মাৰ লগতে জানিবাহা সেহি প্ৰাই ॥
সমস্তৰে আত্মাকৃষ্ন দেব কৃপা ময়।
ভক্তি কৰি সন্তসবে তাহাঙ্ক সেৱয় ॥১০৩৭
কালিকা বদতি উদ্ধৱজে মহাবিৰ।
সাম্প্ৰতে মুৰ্চ্ছিত ৰাধা তুমি কৰা থিৰ ॥
বোধন উচিত জুক্তি নাহিকে জাহাৰ।
জুক্তি কৰি প্ৰবোধ কৰিয়ো বাপ আৰ ॥১০৩৮

---

## উদ্ধৱ বদতি।

উদ্ধৱ বদতি মাতৃ চেতন লভিয়ো।
কৃষ্নৰ ভক্তৰ দাস আমাক মাতিয়ো ॥
প্ৰসন্ন হুয়োক ৰাধা দেবি সুৰেস্বৰি।
তজু দাস জাইবো মঞিঁ মথুৰা নগৰি ॥১০৩৯
কাষ্ঠৰ পুতলা পৰাধিন জেনমত।
অস্বতন্ত্ৰ পৰাধিন জানিবা সতত ॥
যেন বৃস বসৱৰ্ত্তি বৃস বাহকৰ।
সেহিমত মোক জানা ইশ্বৰ কৃষ্নৰ ॥১০৪০
সমস্তে জগত মাতৃ জানা নিৰন্তৰ।
নিচয় জানিবা মাতৃ অধিন কৃষ্নৰ ॥
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ আতি মনোহৰ।
ৰাধা উদ্ধৱৰ কথা কৰ্ন্ন ৰুচিকৰ ॥১০৪১
নৱতি অধ্যাৰ কথা ভৈলা সমাপত।
ৰাধা কৃষ্ন নাম লৈয়া মুখত সতত ॥
দ্বিজ বলোৰামে বোলে ইসে কথা সাৰ।
ৰাধা কৃষ্ন বুলি হোৱা পাতক নিস্তাৰ ॥১০৪২

---

## শ্ৰীমতী ৰাধাৰ উক্তি।

নাৰায়ন বদতি নাৰদ মহা জ্ঞানি।
মৌন হুয়া বুলিলন্ত শুনি হেন বানি ॥
উদ্ধৱৰ বানি শুনি ৰাধা ভগৱতি।
চেতন লভিয়া স্থিৰ কৰিলন্ত মতি ॥১০৪৩
পঙ্ক সয্যা এড়ি ৰত্নময় সিংহাসনে।
বসিলন্ত ৰাধাসতি সোকাকুল মনে ॥
সপ্তসখি গনে স্বেত চামৰেক ধাৰ।
ঢুলিবে লাগিল ৰাধিকাক ভক্তি কৰি ॥১০৪৪
হৃদয় দগধ হুয়া ৰাধা সুৰেস্বৰি।
উদ্ধৱক বুলিলন্ত সুমধুৰ কৰি ॥
ৰাধিকা বদতি বাপ মথুৰাক জাইবি।
কৃষ্নৰ সমিপ পায়া সম্প্ৰতি লিভিবি ॥১০৪৫
সম্পতিয়ে মোক জদি পাসৰস তঞিঁ।
আতকৰি তোমাৰ অধৰ্ম্ম নাহি কয়ি ॥
সংসাৰত আছে জত পাপ গুৰুত্তৰ।
মোক পাসৰিলে তোৰ হৈবে নিৰন্তৰ ॥১০৪৬
মোহোৰ বচন চয় গৈয়া মথুৰাত।
সাম্প্ৰতে কহিবা তুমি কৃষ্নৰ আগত ॥
শ্ৰীকৃষ্ন পৰমা নন্দ মোৰ স্বামি হৰি।
সীঘ্ৰকৰি আনি দিয়া মোক নপাসৰি ॥১০৪৭
সুন্দৰি নাৰিৰ মধ্যে জিতো ভাগ্যৱতি।
কতপুন্য কৰি লভি আছো হেন পতি ॥
স্বামিসমে ভেদ হেন কোনে সহিচয়।
মোত কৰি হেন কৈত দুখীনি আচয় ॥১০৪৮
জিতোবোধে মোহোক বুঝাইবে জ্ঞানিচয়।
সিতো বোধে জগতে সমস্তে নাহিকয় ॥
কিবা বোধ দিয়া বাপ মোহোক সম্প্ৰতি।
কৃষ্ন বিনে আনত নপসে মোৰ মতি ॥১০৪৯

আত্মাবিনে দেহ জেন নিস্ফল হোৱয়।
এহি মত মোৰ বাপ জানিবা নিশ্চয় ॥
সুপ্ৰীতি সৌভাগ্যৰতি নবিন গৌৰব।
দুৰ্ল্লভ ৰহস্য প্ৰেম সঙ্গম উদ্ধৱ ॥১০৫০
সমস্তকে স্মৰি মই থাকো সমুদাই।
মোহোৰ মনত বাপ আন জ্ঞান নাই।
ৰাত্ৰি নিদ্ৰা এড়ি আমি স্মৰোহো সতত।
স্মৰনত সোক বাঢ়ে বিজ্ঞান দেহত।১০৫১
সোক সাগৰত তল গৈলো সমুদায়।
মোহোক উদ্ধাৰ কৰা কৃষ্ণক দেখাই ॥
জিৱক নিৰ্ভয় দান জিতোজনে কৰে।
তীৰ্থ স্নান ফলপাই জানা সিতোনৰে ॥১০৫২
কৃষ্ণৰ চৰণ পদ্মো চিন্তি অনুক্ষণ।
বুঝাইবে নপাৰো মোৰ দুৰ্নিবাৰ মন ॥
কৃষ্ণ গুণ মহিমা সুপ্ৰীতি নিৰন্তৰ।
তান স্নেহ মোৰ ভাগ্য প্ৰেমৰ সাগৰ ॥১০৫৩
স্মৰি স্মৰি মন মোৰ থিৰ নুহিকয়।
মোৰ মন দুস্থ কথা কোনেবা জানয় ॥
জগত যুবতি মধ্যে হেন দুস্থ কাৰ।
কৃষ্ণ ভেদে দুস্থ কোনে সহিবেক আৰ।১০৫৪
মোত পৰে ইতো দুখ নাহিকে আনত।
কিচো মনে দুস্থ সীতা লভিছে পুৰ্ব্বত ॥
মোত বিনে দুস্থিনি নাহিকে জগতত।
মোৰ মান দুস্থ কথা বুজে কেনমত ॥১০৫
যুবতি গনৰ মধ্যে নাহি মোৰ সম।
অভাগি দুস্থিনি বাপ মঞিঁ নিৰুপম ॥
ৰাধিকা সমান নাই ভূত ভবিষ্যতি।
স্বামিৰ বিযোগে তপ্ত আতি দুস্থৰতি ॥১০৫৬
কল্প বৃক্ষ সম স্বামি জগতৰে পতি।
কত পুন্যে লভিলোহো মই মন্দমতি ॥
হাতে দিয়া বঞ্চিলেক বিধাতা নিৰ্দ্দয়।
পাপিষ্ঠিক এড়ি গৈলা কৃষ্ণ কৃপাময়।১০৫৭

জাৰ পাদ পদ্মঁ মুখ চন্দ্ৰক দৰ্সন।
জনম সাফল চক্ষু সাফল জিৱন ॥
জাৰ নাম শ্ৰুতি মাত্ৰে মোৰ প্ৰান গন।
আত্মাগনে হৰ্স পাৱে জান অনুক্ষন ॥১০৫৮
জাৰ স্পৰ্শে ৰাতিকালে তিনি ভুবনৰ।
সম্পত্তিক লভো মঞিঁ জানা বিৰবড় ॥
কোন সম্পত্তিএ বাপ হেন ইশ্বৰক।
বিস্মৰন হৈবো মঞিঁ কিমতে কৃষ্ণক ॥১০৫৯
ত্ৰৈলোক্য বিজয় আতি ৰূপ গুন জাৰ।
আপোনে নিৰ্ম্মিচে বাপ ৰূপ আপোনাৰ ॥
বিধাতাকো নিৰ্ম্মি জিতো দিয়াচে সম্পত্তি।
কল্পবৃক্ষ সম সান্ত দেৱ লক্ষ্মি পতি ॥১০৬০
কোন সম্পত্তিয়ে বাপ ইহেন স্বামিক।
কেনমতে পাসৰিবো প্ৰানতো অধিক ॥
জাৰৰূপ গুনে সম নাহিকে বিস্বত।
কোটি কামদেবো জাৰ নথাকে আগত ॥১০৬১
ব্ৰহ্মা হৰ অনন্তো কৰয় জাক সেৱ।
কোন সম্পত্তিয়ে পাসৰিবো হেন দেৱ ॥
স্বপ্নত দেখিব জাৰ ৰূপ মনোহৰ।
সমস্তকে তেজি চিন্তে জিতো মুনিবড় ॥১০৬২
পৰ্ব্বতো মলিন হোৱে ৰূপগুনে জাৰ।
শুস্থ কাষ্ঠো দ্ৰব হৱে গুনত জাহাৰ ॥
জাৰ গুনে মৃত্যু বৃক্ষো হৱে অঙ্কুৰিত।
জাৰ গুনে মহাবায় হোৱয় স্তম্ভিত ॥১০৬৩
কোন সম্পত্তিএ পুত্ৰ হেন ইশ্বৰক।
পাসৰিবো কেনমতে স্ব স্বামি কৃষ্ণক ॥
জাৰ ভয়ে বায়ু সদা বহিয়া থাকয়।
জাৰ ভয়ে সুৰ্য্যে নিতে তাপক কৰয় ॥১০৬৪
জাক ভয়ে ইন্দ্ৰদেৱে বৃষ্টিক কৰয়।
জাৰ ভয়ে অগ্নিদেৱে সদায়ে পোৰয় ॥
জাৰ ভয়ে মৃত্যু জন্তু গনক মাৰয়।
ভয়ে বৃক্ষ সবো পুষ্প ফলকো ধৰয় ॥১০৬৫

জাৰ আজ্ঞাঁ বহি থাকে সপত সাগৰ।
গ্ৰহ মুনি সুৰা সুৰে বহে নিৰন্তৰ॥
কালৰোজে মহাকাল ইস সংসাৰৰ।
শ্ৰেষ্টাৰো পৰম শ্ৰেষ্টা জগত ইশ্বৰ॥১০৬৬
কোন সম্পত্তিত তাঙ্ক হৈবো বিস্মৰন।
মোহোৰ ইশ্বৰ কৃষ্ণে নিমজিল মন॥
জিতো বোধে বুজাইবে পাৰিবে বুধগন।
কৃষ্ণক ভেদত নাহি ইতিনি ভুবন॥১০৬৭
মোহোক বুজাইতে সক্ত নোহে সৰস্বতি।
বেদগনো সক্ত নোহে নোহয় সাবিত্ৰি॥
বেদ অঙ্গে মোহোক বুজাইবে নপাৰয়।
কেমনে বুঝাইবে মোক সুৰ সন্ত চয়॥১০৬৮
বেদৰ জনক বিধি গনেস অনন্ত।
শিৱ আদি কৰি বিশ্বে আছে জত সন্ত॥
সমস্তে বুঝাইবে বাপ মোক নপাৰয়।
সুন্য পথে কোনে গতি কৰিবে পাৰয়॥ ১০৬৯
কাল সাধ্য সুখ দুখ সুভাসুভ জত।
দুৰ্নিবাৰ কাল সাধ্য জানা স্বৰূপত॥
উঠা বাপ সুখে তুমি মথুৰাক জায়ো।
ইথানৰ পৰা গৈয়া কৃষ্ণক দেখিয়ো॥১০৭০
চিৰকাল থাকি ঐত পায়া আচা দুখ।
পুৰ্ন চন্দ্ৰ মুখ দেখি লভিবাহা সুখ॥
জন্ম মৃত্যু জড়া ব্যাধি হৰে জিতো দুখ।
জিতো সুখ নিৰেখিয়া লভা বাপ সুখ॥ ১০৭১
ৰাধাৰ বচন সুনি উদ্ধৱ মহন্ত।
ৰাধিকা সহিতে উচ্ছ কৰি কান্দিলন্ত॥
উদ্ধৱৰ বিযোগত অগনি উধাই।
ৰাধাৰো বিযোগ উদ্ধৱৰ সেহি প্ৰাই॥১০৭২
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
নাৰায়ন নাৰদ সম্বাদ মনোহৰ॥
পঞ্চম নবতি অধ্যায়ক্তে মনোৰম।
ৰাধা উদ্ধৱৰ কথা আতি নিৰুপম॥ ১০৭৩
কৃষ্ন কথা সুনি কৰা পাতেক নিৰ্জ্জান।
ৰাধা কৃষ্ন নাম লোৱা নাহিকয় আন॥
ৰাধা কৃষ্ন নাম লৈলে সংসাৰ নিস্তৰি।
নামক স্মৰিলে পাইবা গোলোক নগৰি॥১০৭৪

---

ঝুমুৰি।

নাৰায়ন মহামানি।
ৰাধিকাৰ সুনি বানি।
মনত স্মৰিয়া হৰি।
ৰাধিকাৰ পাদ দুই।
পুলকিত ভৈল তনু।
ৰাধাৰ বিয়োগে দুখ।
প্ৰনামিলা পৰি পৰি।
ৰাধিকাৰ সোকে আতি।
প্ৰেমত বিহ্বল হুয়া।
নাৰদক বোলে বানি॥
মহন্ত উদ্ধৱ জ্ঞানি॥
জাইবে থোজে মধুপুৰি॥
সিৰত তুলিয়া লৈই॥ ১০৭৫
তান মন নোহে থিৰ॥
মলিন ভৈলন্ত মুখ॥
সেহিবেলা বোলে বানি॥
কান্দিয়া মাধবি সতি॥ ১০৭৬
মাধবি বোলন্ত গৈয়া॥

সুনা বাপু মধু বিৰ। ক্ষেনেক হুয়োক থিৰ॥
নিগুঢ় পৰম জ্ঞান। যথোচিত কৰি মান॥
জিবা জ্ঞান বাঞ্চা জাই। তাকো লৈয়ো সমুদাই॥ ১০৭৭
সুদুৰ্ল্লভ পুৰানৰ। গেপিনি অঙ্গ বেদৰ॥
ৰাধিকাৰ পায়া লাগ। প্ৰস্ন কৰা মহা ভাগ॥
ত্ৰিজগতে মাতৃ ৰাই। জ্ঞান লৈয়ো তান ঠাই॥
মাধৱিৰ বাক্য শুনি। উদ্ধৱে মাতিলা গুনি॥ ১০৭৮
সভাৰ মধ্যত বিৰ। মনক কৰিয়ো স্থিৰ॥
সুমধুৰ কৰি বানি। বুলিলা উদ্ধৱ জ্ঞানি॥
ৰাধা দেবি ভগৱানি। মোহোৰ সুনিয়ো বানি॥
জগত ইশ্বৰি ৰাই। জ্ঞান কৈয়ো সমুদাই॥ ১০৭৯
দ্বিজ বলোৰামে ভনে। মোৰ মন নাৰায়নে॥
মুখে তযু গুন নাম। সদাএ চাৰিয়ো কাম॥
তযু পাৱে মোৰ মতি। তুমিসি মোহোৰ গতি॥
সংসাৰ তৰনি নাম॥ সদা বোলা ৰাম ৰাম॥ ১০৮০

---

## উদ্ধৱ বদতি।

পদ।

একলে আসিলো মঞিঁ জাইবোহো একল।
কৰ্ম্ম অনুসৰি প্ৰানি ভুঞ্জে কৰ্ম্ম ফল॥
কৰ্ম্মেসে হোৱয় জাত কৰ্ম্মে লয় হই।
সুখ দুখ ভয় সোক কৰ্ম্মেসে লভই॥ ১০৮১
ভোগ অৱসানে জিৱ ভ্ৰমে সংসাৰত।
পুনু কৰ্ম্ম ভোগে আসে জাই স্বৰূপত॥
আঙুষ্ঠিক আদিকৰি জত ৰত্ন গন।
মোহোক আনিয়া দিলা অমুল্য ভুসন॥ ১০৮২
তযু দত্ত ৰত্ন গন মাতৃ স্বৰূপত।
নজাইবে অৱস্তে সতি মোহোৰ লগত॥
লগতে নজাইবে জিতো ইতো ৰত্নগন।
সেহি ৰত্ন গনে মোৰ কিবা প্ৰয়োজন॥ ১০৮৩
সংসাৰ সাগৰে নৌকা তুমি ৰাধা সতি।
কৰ্ন্নধাৰা সমস্তৰ কৃষ্ন জগুপতি॥
ভকতক কৰা কৃপা দেবি ভগৱতি।
তোমাৰ চৰনে মাত্ৰ ৰৌক মোৰ মতি॥ ১০৮৪
সংসাৰ সাগৰে পাৰ হঞো জেন আৰ।
কিচু জ্ঞান দিয়া মোক কৰিয়ো উদ্ধাৰ॥
তোমাৰ প্ৰসাদ লভি মথুৰাক জাইবো।
তোমাৰ প্ৰসাদে কৃষ্ন সমিপক পাইবো॥ ১০৮৫
জেন জেন কাল গতি দেৱ মনুষ্যৰ।
পিতৃ লোকে জেন গতি ব্ৰহ্মাৰ লোকৰ॥
ব্ৰহ্মা লোক উৰ্দ্ধে জেনমত কালগতি।
মোক কৃপা কৰি কহিয়োক ৰাধা সতি॥ ১০৮৬
দুৰ্ঘোৰ দুস্তৰ মায়া জেন মতে তৰি।
হেনয় উপায় মাৰ দিয়ো সিঘ্ৰ কৰি॥

ব্ৰহ্মা হৰ অনন্তক আদি কৰি জত।
জাৰ পাদ পদ্ম চিন্তি থাকয় সতত॥ ১০৮৭
কৃষ্ণৰ হৃদয়ে থাকা তুমি সৰ্ব্বদাই।
তযু সম ভক্ত মাতৃ জগততে নাই॥
উদ্ধৱৰ বানি সুনি ৰাধিকা গোঁসানি।
নেত্ৰৰ লোতক মুচি বুলিলন্ত বানি॥ ১০৮৮
মাধবিৰ বাক্যে বাপ প্ৰস্ন কৰা মোক।
স্ত্ৰী জাতি আমি কিবা জ্ঞান দিবো তোক॥
শুদ্ধকাল গতিক জানয় নাৰায়ন।
ব্ৰহ্মা হৰ অনন্তো চতুৰ বেদগন॥ ১০৮৯
সন্ত সবো জানে বেদ বাক্য অনুসৰি।
সাৰসেস নজানয় জানে কিচো কৰি॥
কৃষ্ণৰ মুখৰ পৰা ৰাস মণ্ডলত।
জিবা কাল গতি সুনি আচো গোলোকত॥১০৮০
গোলোকত কালগতি জেন বৈকুণ্ঠত।
জেনমত কালগতি ব্ৰহ্মাৰ লোকত॥
ব্ৰহ্মাণ্ড বাহিৰে জেন জেন পাতালত।
পিতৃলোকে দেৱলোকে জেন মনুষ্যত॥১০৯১
ব্ৰহ্মলোক আদি কৰি সপত স্বৰ্গত।
জেন জেন কালগতি কহো স্বৰূপত॥
জেহেন উপাত্ৰ কালগতি দুৰ হয়।
পণ্ডিতো নিস্তাৰ জেন সুনিয়ো উপায়॥১০৯২
কালৰোজে মহাকাল গুৰু জগতৰ।
পৰমাত্মা সমস্তৰ নিৰ্গুন ইশ্বৰ॥
আত্মা বিনে দেহা ইতো সাক্ষাতে পৰয়।
তাহাঙ্ক ভজিলে কাল গতি নিস্তাৰয়॥১০৯৩
সমস্তে প্ৰানিৰ আয়ু সুৰ্যোসে হৰয়।
কৃষ্ণৰ বিসুদ্ধ ভক্ত জিতো জন হয়॥
মহা পুন্যঅন্ত সিতো জন মহাসয়।
তান আয়ু জস হৰিবাক নপাৰয়॥ ১০৯৪
ব্ৰহ্মাৰ মানস পুত্ৰ সনকাদি চাৰি।
স্থিৰ বয়স পাইলা ভজিয়া মুৰাৰি॥
ৰুদ্ৰতো কৰিয়া অগ্ৰ মহা ভাগৱত।
জ্ঞানিৰ পৰম গুৰু নিত্য বয়সত॥ ১০৯৫
পঞ্চম বৰ্সৰ জেন বালক আকাৰ।
অভ্যান্তৰে ব্ৰহ্মতত্ব নাহিকে বিচাৰ॥
মুখে অল্প হাস্য তিৰ্থ পুত্ৰ দিগম্বৰ।
বৈষ্ণৱৰ অগ্ৰগনি কৃষ্ণ ধ্যান পৰ॥ ১০৯৬
বেদ বেদাঙ্গক আদি কৰি সাস্ত্ৰ জত।
সমস্তৰে বাঞ্চা চাৰি চিন্তয় মনত॥
ৰাতৃ দিনে ভক্তি ভাৱে হৰিক ভজয়।
বাঞ্চা পুজা নাহিকয় মনত গুনয়॥ ১০৯৭
কাল সৰ্প জিনি বাপু মৃত্যুকো জিনিলা।
পৰম আনন্দে সুখে নিমজি ৰহিলা॥
সনক সনন্দ তুতিৰজে সনাতন।
সনত কুমাৰ সমে এহি চাৰি জন॥ ১০৯৮
সমস্তে পাতক হৰে জাহাক স্মৰনে।
তিৰ্থ শ্নান ফল পাৱে জাক সুমৰনে॥
হৰিত ভকতি বাঢ়ে হয়ে হৰি দাস।
সমস্তে বিপদে তাৰ নপাৱয় পাস॥ ১০৯৯
মুকণ্ডৰ পুত্ৰ মাৰ্কণ্ডেয় দ্বিজবৰ।
অজুতৰ দসবৰ্ষ চিন্তিলা ইশ্বৰ॥
ব্ৰহ্ম তেজে জলি থাকে সিতো দ্বিজবড়।
হৰিৰ সেৱায়ে ভৈলা ব্ৰহ্ম তত্বপৰ॥ ১১০০
সপ্ত কল্প চিৰজীবি মুকুণ্ড তনয়।
ব্ৰহ্মময় সমস্তকে দেখে মহাসয়॥
দেখে বেষ্টু পঞ্চসিখ লোমস অসুৰী।
সৰ্ব্ব কৰ্ম্ম তেজি ভজি আছে দেৱ হৰি॥ ১১০১
হৰিৰ সেৱায়ে কাৰ মাৱ কল্পসত।
কৃষ্ণৰ চৰন ধ্যান কৰন্ত সতত॥
যমদগ্নি সুত চিৰজিবি পৰ্সুৰাম।
হনুমন্ত বলি ব্যাস কৃপ অশ্বস্থাম॥ ১১০২
বিভিসন জাম্বুৱন্ত ভালুক অপাৰ।
হৰিক সেবিয়া ভৈল অজৰ অমৰ॥

সবে ভৈলা চিৰায়ুস হৰিক চিন্তিয়া।
কৃষ্ণৰ চৰনে তুমি সদা চিত্ত দিয়া॥ ১১০৩
সিদ্ধমুনি নৰমধ্যে অনেক আচয়।
চিৰজিবি হুয়া হৰি চৰন চিন্তয়॥
প্ৰহ্লাদক দেখ বাপ সুত হিৰণ্যৰ।
হৰিক চিন্তিয়া তেহো ভৈল হৰি পৰ॥১১০৪
চিৰজিবি হুয়া জিনিলেক কাল গতি।
অসংখ্যাত ভক্ত আছে দেখা মহামতি॥
অনেক জন্মত তপ কৰি ভাৰতত।
জন্মলভি লভিচয় কৃষ্ণক সাক্ষ্যাত॥ ১১০৫
মহাপাপি ভৈলে সিতো জানা বিৰবড়।
তাতপৰে মহামূঢ় নাহিকে অপৰ॥
বাসুদেৱ তেজি জিতো বিসয় কৰয়।
অমৃতক তেজি জেন বিসক ভুঞ্জয়॥ ১১০৬
কাৰ কোন পুত্ৰ ভাৰ্য্যা কোনেবা বান্ধৱ।
কৃষ্ণ ব্যতিৰেকে বন্ধু নাহিকে বান্ধৱ॥
এতেকেসে ৰাতৃ দিনে সদা সন্তচয়।
ইশ্বৰ কৃষ্ণক সবে ভজিয়া আচয়॥ ১১০৭
কালৰ তৰন আন নাহিকে উপায়।
কৃষ্ণক ভজন বিনে আন গতি নাই॥
পড়ি পুৰ্ন্ন পৰমাত্মা নন্দৰ তনয়।
তান কাল গতি সুনিয়োক মহাসয়॥ ১১০৮
সুৰাসুৰ পিতৃ নৰ নাগ ৰাক্ষসৰ।
ব্ৰহ্ম লোক আদি কৰি ব্ৰহ্মাণ্ড ভিতৰ॥
সমস্তকে কৰি স্থুল বিৰাট আধাৰ।
মহা বিৰাটত পৰে স্থুল নাহি আৰ॥ ১১০৯
জাৰ লোম বিবৰত বিস্ব অসঙ্ক্যাত।
স্থুলতো অধিক স্থুল মহন্ত সাক্ষাত॥
সমস্ততে কৰি সুক্ষ্ম পৰমানু হয়।
কালৰ আৰম্ভ পৰমানুক বোলয়॥ ১১১০
সমস্তৰে শেয জিতো মনে আগোচৰ।
তাক বোলে পৰমানু জানা বিৰ বৰ॥

পৰমানু দুয়ে অনু জানিবা নিশ্চয়।
অনুদ্বয়ে ত্ৰেস ৰেণু জানা মহাসয়॥ ১১১১
ত্ৰেস ৰেণুদ্বয়ে ক্ৰুটি সমস্তে বোলয়।
ক্ৰুটি সতে বেধ বুঝিবাহা মহাসয়॥
তিনি বেধে লৱহয় তৃলৱে নিমিস।
নিমিসৰ তিনি হয়ে ক্ষনজে বিষেস॥১১১২
পঞ্চক্ষনে কাষ্ঠা বুলিবাহা মহাসয়।
কাষ্ঠাৰ দসকে লগ্ন জানিবা নিচয়॥
লগ্ন পঞ্চদণ্ড সুনিয়োকজে প্ৰমান।
ষষ্ঠ পলে তামি কৰি লৈবে দণ্ডমান॥ ১১১৩
চাৰিয়ো ফালত লৈব অঙ্গুলৰ চাৰি।
চৰ্ন্ন মাসে তামি মধ্যে থৈব চীত্ৰ কৰি।
প্ৰেস্ন জলে ডুব গৈলে এক দণ্ড হই॥
দণ্ড দুইয় মুহুৰ্ত্ত জানিবা মহাসয়ী। ১১১৪
সষ্টি দণ্ডে এক তিথি হএ মহাসয়।
দিন নিসা ভাগে আঁঠ প্ৰহৰ নিছয়॥
পঞ্চদস তিথিএ হোৱয় পক্ষ এক।
পক্ষ দুয়ে মাস এক জানিবা প্ৰত্যেক॥১১১৫
মাস দ্বয়ে ঋতু এক হয়ে মহাসয়।
ঋতুচয়ে বৎসৰ বোলয় মুনিছয়॥
বসন্তজে ঋতুনাম চৈত্ৰ বৈসাখৰ।
গৃস্ম নাম ঋতু জানা জেষ্ঠ আসাৰৰ॥ ১১১৬
বৰ্ষ নাম ঋতু বাপ শ্ৰাৱন ভাদ্ৰৱ।
সৰত বোলয় কৰ্ত্তিকক আস্যিনৰ॥
আগ্ৰেন পৌসক বোলে হেমন্ত নিছয়।
মাঘ ফাল্গুনৰ নাম সিসিৰ বোলয়॥ ১১১৭
বৎসৰৰ পঞ্চবিধ জানা মহাসয়।
সম্বৎসৰ পৰি বৰ্স ইৰাবৰ্স হয়॥
অনুবৰ্ষ বৎসৰ সহিতে পঞ্চ হয়।
মাসৰ দ্বাদসে হয়ে বৎসৰ নিছয়॥ ১১১৮
বৈসাখ জেষ্ঠ আসাঢ় শ্ৰাৱন ভাদ্ৰৰ।
আস্মিন কাৰ্ত্তিক আগ্ৰায়ন তাত পৰ॥

পৌষ মাঘ ফাল্গুন চৈত্ৰ জে মাস সেষ।
বৰ্ষ সেস বোলে চৈত্ৰ নহয়ে বিসেষ॥ ১১১৯
মাঘ আদি কৰি চয় মাস সুসোভন।
সমস্তে সাস্ত্ৰত কহে উত্তৰ অয়ন॥
শ্ৰাৱনক আদি কৰি জিতো মাস চয়।
দক্ষিণ অয়ন নাম তাহাক বোলয়॥ ১১২০
মাঘ আদি চয় মাসে দিন বৃদ্ধি হয়।
নিসা বৃদ্ধি শ্ৰাৱনৰ পৰা মাস চয়॥
প্ৰতি পদ আদি কৰি পুৰ্ন্নিমাক অন্ত।
সুক্ল পক্ষ বুলিয়া সমস্তে কহিচন্ত॥ ১১২১
পুৰ্ন্নিমাৰ প্ৰতিপদ অমাবাস্যা অন্ত।
কৃষ্ণপক্ষ বুলিবাহা উদ্ধৱ মহন্ত॥
প্ৰতিপদ অস্ত কৰি অন্ত পুৰ্ন্নিমাৰ।
অমাবাস্যা সমে তিথি বুলিবাহা আৰ॥১১২২
অস্যিনিক আদি কৰি ৰেৱতিক অন্ত।
সাতাইস নক্ষত্ৰ বুলি সবে কহিচন্ত॥
অভিজিত সমে হয়ে নক্ষত্ৰ আঠাইস॥
অভিজিত এড়ি হয়ে গননা সাতাইস॥১১২৩
দক্ষৰ দুহিতা সবে চন্দ্ৰে বিহাইলন্ত।
অনুক্ৰমে চন্দ্ৰদেৱে ভোগক কৰন্ত॥
একদিনা চৈত্ৰ মাসে ৰোহিনি সহিত।
ক্ৰীড়িয়া আছিলা চন্দ্ৰে দক্ষিণ দিসত॥১১২৪
হেন দেখি আন কন্যা গন নিৰন্তৰ।
চন্দ্ৰ লগে চায়া দিয়া ভৈলন্ত অন্তৰ॥
কান্দি কন্যাগনে পাছে দক্ষৰ আগত।
গোচৰ কৰিল চন্দ্ৰে জেন কৰিচন্ত॥১১২৫
পিতৃক আনিয়া সবে বিভাগ কৰিলা।
চায়াৰুপা জিতো নাৰি তাঙ্কো ভাগ দিলা॥
অভিজিত নাম ভৈলা সেহি দিনধৰি।
সতস্হঙ্গে কহিলন্ত মোত দেৱ হৰি॥১১২৬
বিকুম্ভক আদি কৰি জত দেৱ গন।
উদ্ধৱত কৈয়া পাছে কহিলা কাৰন॥

মনুস্যৰ মাসে দিন পিতৃৰ হোৱয়।
সুক্লপক্ষে দিন কৃষ্ণপক্ষে নিসা হয়॥১১২৭
মনুস্যৰ বৰ্ষে দিন ৰাত্ৰি দেৱতাৰ।
মাঘ আদি চয় মাস দিন বোলে আৰ॥
শ্ৰাৱনক আদি কৰি জিতো মাস চয়।
দেৱতাৰ ৰাত্ৰি হেন সমস্তে বোলয়॥১১২৮
চৰি যুগ এক কৰি ত্ৰিত্তিয় বিংসতি।
একাদয যুগ সংখ্যা জানিবা সম্প্ৰতি॥
দিব্যযুগে মনুস্যৰ জানিবা নিশ্চয়।
মনু ইন্দ্ৰ দুইৰো আয়ু এহি মহাসয়॥১১২৯
মনুস্যৰ মানে যুগ সংখ্যা জিবা হয়।
চাৰিযুগ এক কৰি সুনিয়ো নিশ্চয়॥
পঞ্চ বিংস সহস্ৰৰ পঞ্চ সত পৰ।
আৰো সষ্ঠি যুগ মন্বন্তৰ মনুস্যৰ॥১১৩০
ইন্দ্ৰ মনু দুইৰো কাল জানা এহিমান।
এহিকাল ভোগ ভুঞ্জি হোৱয় নিৰ্ব্বান॥
চতুৰ্দ্দস ইন্দ্ৰ পৰে দিবসে ব্ৰহ্মাৰ।
সেহিমতে ইন্দ্ৰ পাত নিসাত জাহাৰ॥১১৩১
চন্দ্ৰ সুৰ্য্য গতি ব্ৰহ্মালোকে নাহিকয়।
ইন্দ্ৰ পাতে তাত দিন নিসাক বুঝয়॥
দণ্ড দুয় নৱপল ইন্দ্ৰ পাতে হয়।
ব্ৰহ্মলোকে দিন নিসা দণ্ডৰ নিৰ্ন্নয়॥১১৩২
এইমতে ত্ৰেওসত দিনে মাস হোৱে জাত।
মাসৰ দ্বাদসে বৰ্ষ জানিবা সাক্ষাত॥
এহিমতে সতবৰ্ষ ব্ৰহ্মাৰ আয়ুস।
ব্ৰহ্মাৰ পতনে কৃষ্ণ দেৱৰ নিমিস॥১১৩৩
বৈকুণ্ঠ নিবাসি সবে জানে এহি মত।
ব্ৰহ্মাৰ পতনে দিন নিসা বৈকুণ্ঠত॥
চন্দ্ৰ সুৰ্য্য গতি নাহিকয় বৈকুণ্ঠত।
হৰিৰ ইচ্ছাত্ৰ নাহি গ্ৰহগন জত॥১১৩৪
বৈকুণ্ঠত ৰাসি চক্ৰ নাহিকে ভ্ৰমন।
জড়া মৃত্যু আধি ব্যাধি নকৰে গমন॥

কৃষ্ণৰ কান্তিয়ে দিন জানা বৈকুণ্ঠত।
ৰাত্ৰী হয়ে প্ৰবেসিলে অন্তৰে গৃহত ॥১১৩৫
মন্দিৰ বাহিৰে ভৈলে প্ৰকাস কৰয়।
মন্দিৰত প্ৰবেসিলে প্ৰবেস নোহয় ॥
এহিমতে দিন নিসা বৈকুণ্ঠ লোকত।
কালগতি এহিমত জানা বৈকুণ্ঠত ॥১১৩৬
বৈকুণ্ঠৰ মতে জানিবাহা গোলোকত।
পৰমানু কালগতি হয়ে এহিমত।
চন্দ্ৰ সূৰ্য্য গতি নাহি সাত পাতালত।
তাৰ লোকে দিন নিসা জানে এহিমত ॥১১৩৭
নাগ সমস্তৰ সিৰে মনি প্ৰকাসয়।
মনিৰ প্ৰকাসে সবে দিনক বুঝয় ॥
মনিৰ প্ৰকাস নাস ৰাত্ৰিত হোৱয়।
এহিমত ৰাত্ৰি তাত সবেয়ো বুজয় ॥১১৩৮
কিচো কান্তি থাকে মনি হোৱে ৰস্মিহিন।
এহিমতে ৰাত্ৰি বুজে বুজে সৈন্ধ্যা দিন ॥
পৃথিবিত জেনমতে দণ্ডক বুঝয়।
তাঁমিৰ প্ৰমানে জানে তাত দণ্ড চয় ॥১১৩৯
সৈত্য আদি চাৰি যুগে জত বৰ্ষ চয়।
তাক কহো নিস্ট কৰি সুনা মহাসয় ॥
দেব মানে দ্বাদস হাজাৰ মহাসয়।
সত্য আদি চাবি যুগে বৎসৰ নিশ্চয় ॥১১৪০
অস্ট সতাধিক চাৰি হাজাৰ নিছয়।
দেৱ মানে সত্যযুগে বৎসৰ নিৰ্ন্নয়।
মনুস্যৰ মানে জিবা বৎসৰ সত্যৰ।
অষ্ট বিংস সহস্ৰ অধিক সম্বৎসৰ ॥১১৪১
সপ্ত দস লক্ষ সংক্ষ জানিবা বৎসৰ।
মনুস্যৰ বৰ্ষে হয়ে সংক্ষা বিৰ বৰ ॥
চয় সত অধিকজে হাজাৰ দুতয়।
দেৱমানে ত্ৰেতাযুগে বৎসৰ নিৰ্ন্নয় ॥১১৪২
অযুতৰ নৱ আৰু হাজাৰৰ চয়।
লক্ষৰ দ্বাদসে হৱে ত্ৰেতাৰ নিৰ্ন্নয় ॥
মনুস্যৰ মানে বৰ্ষ কহিলো ত্ৰেতাৰ।
দেৱমানে দ্বাপৰৰ সংক্ষা সুনা আৰ ॥১১৪৩
চাৰিস অধিক আৰু হাজাৰ দুতয়।
দ্বাপৰ যুগৰ বৰ্ষ জানা মহাসয় ॥
চতুৰ্থ হাজাৰ সমে অযুতৰ চয়।
আঠলক্ষে দ্বাপৰৰ যুগৰ নিৰ্ন্নয় ॥১১৪৪
মনুষ্যৰ মানে বৰ্ষ কৈলো দ্বাপৰৰ।
কলিযুগে বৰ্ষ সংক্ষা সুনিয়ো দেৱৰ ॥
দ্বিসত অধিক এক হাজাৰ নিশ্চয়।
দেৱমানে কলিযুগে বৰ্ষৰ নিৰ্ন্নয় ॥১১৪৫
দ্বাত্ৰিংস হাজাৰ সমে লক্ষৰ চতুৰ।
মনুস্যৰ মানে কলিযুগে বৰ্ষসাৰ।
তিনিলক্ষ অধিক লক্ষৰ কুবিদ্বয়।
বিংসতি হাজাৰ সমে চাৰিযুগ হয় ॥ ১১৪৬
মনুস্যৰ মানে চাৰিযুগে বৰ্ষ চয়।
কালজ্ঞানি সবে আক কহিয়া আচয় ॥
তোমাৰ আগত কাল কাল সংক্ষাচয়।
মতি অনুসাৰে আমি কহিলো নিচয় ॥১১৪৭
কৃষ্ণৰ মুখৰ পৰা জেন কাল গতি।
তোমাৰ আগত কৈলো সুনিলা সম্প্ৰতি ॥
কাল সংক্ষা জ্ঞানি ভৈলা তুমি মহাসয়।
কৃষ্ণৰ সমিপে বাপ চলিয়ো নিচয় ॥১১৪৮
ব্ৰহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰাণৰ।
ৰাধা উদ্ধৱৰ কথা মহা মনোহৰ ॥
শ্ৰীকৃষ্ণৰ জন্ম খণ্ডে কাল নিৰূপন।
শ্ৰদ্ধাভাৱে সুনি পাইবা বৈকুণ্ঠ ভৱন ॥১১৪৯
কৃষ্ণৰ চৰণ বিনে আনগতি নাই।
কালৰো তৰণ এহি জানিবা উপাই ॥
দ্বিজ বলোৰামে বোলে এড়ি আনকাম।
সংসাৰ তৰিবা জেবে বোলা ৰাম ৰাম ॥১১৫০

---

পদ।

নাৰায়ন বদতি সুনিয়ো মুনিবড়।
চলিবে খোজন্ত জেবে মথুৰা নগৰ॥
মহা ত্ৰাস ভৈলা ৰাধা হৃদয়ে দগধ।
আসনৰ সিৰে উঠি ভৈলন্ত তবধ॥ ১১৫১
গোপি গন সমে উদবিগ্ন ৰাধা সতি।
উদ্ধৱক সুভাসিস দিলা একমতি॥
ৰাধা দেবি উদ্ধৱৰ সিৰে হস্ত দিলা।
আসিৰ্ব্বাদ কৰি ৰাধা মঙ্গল কৰাইলা॥ ১১৫২
দুৰ্ব্বাক্ষত সুক্লধান্য পুষ্প সুমঙ্গল।
আমডালি সমে পুৰ্ন্ন কুম্ভ সুমঙ্গল॥
দধি দুগ্ধ পুষ্প মাল্য সুবৰ্ন্ন দৰ্পন।
সিন্দুৰ কস্তুৰি গন্ধ আগৰ চন্দন॥ ১১৫৩
মনিৰত্ন দ্বিজোত্তম প্ৰদিপ কাঞ্চন।
পতি পুত্ৰৱতি সাধ্বি ৰজতে সোভন॥
সুমঙ্গল কৰি পাছে জগত ইশ্বৰি।
উদ্ধৱক বুলিলন্ত মন দুখ কৰি॥ ১১৫৪
লোতকে চঞ্চল আখি ৰাধা সুৰেশ্বৰি।
হৃদয় দগধ হুয়া বুলিল সাদৰি॥
ৰাধিকা বদতি পথে কুসল লভিবি।
চিৰজিবি হুয়া তই কুসলক পাইবি॥ ১১৫৫
কৃষ্ণৰ সঙ্গত বাপ লভিবাহা জ্ঞান।
কৃষ্ণত সুমতি হৈবা লভিবা সম্মান॥
সদায়ে কৃষ্ণত ভক্তি ৰহিব তোমাৰ।
কৃষ্ণদাস সদা হৈব বড় মধ্যে সাৰ॥ ১১৫৬
পঞ্চবিধ মুকুতিত কৰি শ্ৰেষ্ঠ হয়।
হৰি ভক্তি সৰ্ব্বকালে লভিবা নিচয়॥
ব্ৰহ্মা ইন্দ্ৰ মনুদেৱ অজৰ অমৰ।
অমৃতক পান আনো সিদ্ধি জত বৰ॥ ১১৫৭
সমস্তে সিদ্ধিত কৰি শ্ৰেষ্ঠ দাস্যবৰ।
কৃষ্ণৰ সমন্ধি হৈব তোৰ নিৰন্তৰ॥
অনেক জনমে তপ কৰি নিৰন্তৰ।
ভাৰতত জন্ম লভি হয়ে দ্বিজবড়॥ ১১৫৮
হৰি ভক্তি যদি লভে জনম সাফল।
সাফল জিৱন তাৰ জানা মহাবল॥
কৰ্ম্মক্ষয় ভৈলে তাৰ নাহিকে সংসয়।
পিতৃৰ সহস্ৰ সিতো উদ্ধাৰ কৰয়॥ ১১৫৯
মাতৃসমে সোদৰ আচয় ভাতৃ জত।
মাতামহ কুলে তাৰ পুৰুসৰ সত॥
জিতো কৰ্ম্মে কৃষ্ণ সুপ্ৰিতিৰ অৰ্থে হয়।
সেহি সেহি কৰ্ম্ম জানা সোভন নিচয়॥ ১১৬০
কৃষ্ণ প্ৰীতি অৰ্থে জিতো সঙ্কল্পে সাধয়।
সেহি কৰ্ম্মে পৰে সুখ মঙ্গল লভয়॥
ব্ৰত তপ সত্য ভক্তি কৰিয়া পুজন।
কৃষ্ণৰ উদ্দেসে জিতো কৰে অনসন॥ ১১৬১
কৃষ্ণৰ উদ্দেসে জিতো দেহক অৰ্পয়।
সেহি দাস্য ভক্তি জানিবাহা মহাসয়॥
সমস্তে পৃথিবি খান জিতো কৰে দান।
প্ৰদক্ষিন কৰি ফুৰে সবে ভুমি খান॥ ১১৬২
সমস্তে তিৰ্থত স্নান কৰে জিতো জন।
তপ ব্ৰত জজ্ঞ গন কৰে আচৰণ॥
সৰ্ব্বদায় কৰি ফল পাৱে জত জত।
বেদ বেদঅঙ্গ পাঠ কৰয় সমস্ত॥ ১১৬৩
ভৃত্যক ৰক্ষণে জিতো ফলক পাৱয়।
অতিথিক পুজনক জিতো ফল হয়॥
সৰণাগতক জিতো কৰয় ৰক্ষণ।
পিতৃ মাতৃ ভক্তি ভাৱে কৰয় পোসন॥ ১১৬৪
সৰ্ব্বদেৱ পুজা কৰি কৰয় বন্দন।
সৰ্ব্বমন্ত্ৰ জপি বিপ্ৰ কৰায়ে ভোজন॥
পুৰশ্চৰনক জিতো কৰে নিতে নিত।
গুৰুক শুশ্ৰুসা কৰে ভজন পিতৃত॥ ১১৬৫

সৰ্ব্ব পুন্যগন কৃষ্ন দাস্য ভকতিৰ।
কলাৰস ৰসভাগ নোহে মহাবিৰ॥
এতেকে উদ্ধৱ তুমি দাস্য ভক্তিকৰি।
মহাজত্নে ভজিয়োক পৰমাত্মা হৰি॥ ১১৬৬
নিৰ্গুণ নিৰিহ নিত্য প্ৰকৃতিত পৰ।
পৰিপুৰ্ন্ন পৰমব্ৰহ্ম জগত ইশ্বৰ॥
ভক্তক কৃপায়ে দেহ ধৰন্ত যদ্যাপি।
কৰ্ম্মিৰ কৰ্ম্মৰ সাখি নিলিপে তথাপি॥ ১১৬৭
কাৰণৰো কাৰণ পৰম জোতিৰূপ।
সমস্তৰে ইস বিভু সমস্ত স্বৰূপ॥
ভক্তিদাতা দাস্য দাতা নিজ ভকতৰ।
সমস্তে সম্পত্তি দাতা জগত ইশ্বৰ॥ ১১৬৮
জ্ঞাতি বন্ধু তেজি ভজা নন্দৰ নন্দন।
অসুয়া তেজিয়া কৰা তাহাঙ্ক সেৱন॥
বেদৰ কৌথুম সাখা তাত অনুপাম।
কহিয়া আচয় নন্দ নন্দনজে নাম॥ ১১৬৯
সৰ্ব্ব বিঘ্ন বিনাসন নাম মধ্যে সাৰ।
ইতোনাম মহাত্মাক কহি নপাওঁ ওৰ॥
পৰম বিস্ময় পাইলা উদ্ধৱে সুনিয়া।
পড়িপুৰ্ন্ন মনভৈলা জ্ঞানক লভিয়া॥ ১১৭০
আপুনাৰ বস্ত্ৰ গলে বান্ধি মহাবিৰ।
দণ্ডৱতে প্ৰনামিলা পায়ে দিয়া সিৰ॥
আপোন সীৰৰ কেশে পাদ মলচিলা।
পুলক সৰিৰ নেত্ৰে লোতক বহিলা॥ ১১৭১
ৰাধাৰ বিজোগে সোকে প্ৰেমে মহাবিৰ।
উচ্ছকৰি কান্দিলন্ত চিত্ত নোহে থিৰ॥
উদ্ধৱৰ বিযোগত ৰাধিকা সুন্দৰি।
গোপিগন সমে কান্দিলন্ত উচ্ছকৰি॥ ১১৭২
পৰম প্ৰেমত উদ্ধৱৰ গলে ধৰি।
নেত্ৰৰ লোতকে স্নান কৰাইলা সুন্দৰি॥
সেহিবেলা বিমুৰ্চ্ছিত উদ্ধৱ ভৈলন্ত।
চেতন নাহিকে গাৱে ৰাধা দেখিলন্ত॥ ১১৭৩
কৃষ্নক চিন্তিয়া মনে অতি সিঘ্ৰ কৰি।
উদ্ধৱক তুলিলন্ত পৰম সাদৰি॥
মুখে জল দিয়া ৰাধা চেতন কৰাইলা।
পুত্ৰ জিৱ বুলি সতি আসিৰ্ব্বাদ দিলা॥ ১১৭৪
উদ্ধৱে চেতন পাইলা সভাৰ মাঝত।
এতেকেসে অতিপুন্য ভাৰত বৰ্ষত॥
ৰাধিকাৰ পাদ পদ্মঁ ধুলায়ে ৰঞ্জিত।
অতিপুন্য বৃন্দাবন দেৱৰো বাঞ্চিত॥ ১১৭৫
ধন্যা মান্যা ভুমি তিনি লোকত পুজিত।
ৰাধিকাৰ পাদ পদ্মঁ ধুলায়ে অঙ্কিত॥
পুস্কৰ খেত্ৰত পুৰ্ব্বে তপক কৰিলা।
সষ্টিবৰ্স সহস্ৰ ব্ৰহ্মাক আৰাধিলা॥ ১১৭৬
ৰাধাকৃষ্ন দেখিবাক কৰিয়া ভকতি।
গোলোকে ৰাধিকা দেখিলন্ত প্ৰজাপতি॥
তথাপি কৃষ্নক নপাইলন্ত দৰিসন।
তপকালে সুনিলন্ত আকাসি বচন॥ ১১৭৭
বৰাহ পুন্যত কল্প ভাৰত বৰ্ষত।
অতি পুন্য বৃন্দাবন ৰাস সময়ত॥
সেহিকালে ৰাধাকৃষ্ন দেখি প্ৰজাপতি।
মনোৰথ পুৰ্ন্ন ভৈল দেখিয় ভকতি॥ ১১৭৮
গোপ গোপি সমস্তৰ সাফল জিৱন।
নিতে ৰাধা পাদ পদ্মঁ হৰে দৰিসন।
যোগিন্দ্ৰ মুনিন্দ্ৰ সিদ্ধ বৈষ্নৱ সকল॥
জাৰ পাদ পদ্মঁক সেৱয় অবিকল। ১১৭৯
তিৰ্থত কৰিয়া পুত চৰণ যুগল।
সেবিবাক নপাৰয় ব্ৰহ্মাদি সকল॥
জাৰ পাদ পদ্মঁ নখে আলতা অঙ্কিত।
আপুনি ইশ্বৰ কৃষ্ন কৰয় ৰঞ্জিত॥ ১১৮০
জাহাক ইশ্বৰ কৃষ্নে পুজাক কৰয়।
সুদুৰ্লভ স্তোত্ৰ ৰাজা জাহাৰ পঢ়য়॥
আপুনি ইশ্বৰ সত শৃঙ্গ পৰ্ব্বতত।
গোলোকৰ মাঝে কতো ৰাস মণ্ডলত॥ ১১৮১

পাৰিজাত পুষ্প সমে সুগন্ধ চন্দন।
কৃতাঞ্জলি কৰি পাছে কৰয় অৰ্পন॥
জাহাৰ চৰনপদ্মঁ দিয়া দুৰ্ব্বাক্ষত।
জগত ইশ্বৰ কৃষ্ণে পুজয় সতত॥ ১১৮২
ত্ৰিংসত সহস্ৰ কোটি গোপিৰ ইশ্বৰি।
জাহাৰ ভয়ত গোপি থাকে সেৱা কৰি॥
চয় ত্ৰিংস সখি জাক সেবিয়া থাকয়।
কৃষ্ণ প্ৰান প্ৰিয়া কৃষ্ণে সততে পুজয়॥ ১১৮৩
হেনয় ৰাধাক জিতো নিন্দা হাস্য কৰে।
মহা পাপি হুয়া সিতো নৰকত পৰে॥
ব্ৰহ্মবধ সত পাপে নাহীকে সংসয়।
সেহি পাপে কুম্ভিপাক নৰকে ভুঞ্জয়॥১১৮৪
তাত পাছে ৰৌৰৱ নৰকে হোৱে বাস।
পিণ্ড জলে পিতৃগনে হয়ন্ত নিৰাস॥
তপত তৈল্যত ভাজে তাক নিৰন্তৰ।
মহাকিটে খাই থাকে বেদনা বিস্তৰ॥ ১১৮৫
চতুৰ্দ্দস ইন্দ্ৰকাল সাত পিতৃ সমে।
নৰক ভুঞ্জয় সিতো জানা অনুক্ৰমে॥
তাত পাছে জন্ম এক নাৰিৰ যোনিত।
কিট হুয়া থাকে খাই গাৱৰ সোনিত॥ ১১৮৬
দিব্ব মানে সহস্ৰে বৎসৰ বিষ্টাপোক।
বিষ্ঠাক ভুঞ্জিয়া সিতো পাৱে দুখ সোক॥
তাত পাছে বেস্যা যোনি কিট হুয়া জাত।
তেজমল খাই থাকে বৰ্স অসংক্ষাত॥ ১১৮৭
বেদ কান্ব সাখা মধ্যে ব্ৰহ্মা প্ৰজাপতি।
কহিয়া আচন্ত আক কহিলো সম্প্ৰতি॥
এহিবুলি উদ্ধৱে কান্দন্ত উচ্চকৰি।
কৃষ্ণৰ বিযোগে কান্দে ৰাধিকা সুন্দৰি॥১১৮৮
কতোক্ষনে বুলিলন্ত ৰাধিকা সুন্দৰি।
চল বাপ উদ্ধৱ মহন্ত মধুপুৰি॥
মোহোৰ বৃত্তান্ত চয় মাধৱত কৈবি।
প্ৰজৎন কৰিয়া বাপ কৃষ্ণক পঠাইবি॥১১৮৯
জেনমতে দেখো আমি প্ৰভু ভগৱন্ত।
সেহিমত কৰিবাহা উদ্ধৱ মহন্ত॥
আসাক নিশ্চয়ে বুলিবাহা মহাদুখ।
নিৰাসা ভৈলেসে জানিবাহা মহাসুখ॥ ১১৯০
আসাৰে পিঙ্গলা বেস্যা জনম নিস্ফল।
কৰিলেক সিতো বেস্যা জানা মহাবল॥
নিৰাসা লভিয়া পাচে চিন্তিলা ইশ্বৰ।
জিৱন্তে মুকুত ভৈল চিন্তি দামোদৰ॥ ১১৯১
এহিবুলি ৰাধাদেবি কান্দিলা বিস্তৰ।
প্ৰনমি উদ্ধৱ গৈলা যসোদাৰ ঘৰ॥
জেতিক্ষনে গোকুলক উদ্ধৱ গৈলন্ত।
তেতিক্ষনে মুৰ্চ্ছা গৈয়া ৰাধা পৰিলন্ত॥ ১১৯২
চেতন নাহিকে গায়ে ভৈলা ধ্যানপৰ।
হৃদয়ত দেখিলন্ত জগত ইশ্বৰ॥
পঙ্ক পাৰি পদ্মঁ পত্ৰে জলে সমন্বিত।
সেহি সয্যা কৰি গোপি সুহাইলা ভুমিত॥১১৯৩
নেত্ৰৰ লোতকে পুনুহয়া গোপি গন।
ৰাধাৰ সোকত ভৈলা আকুল নয়ন॥
সৰিৰত তাপ লাগি সিতো সয্যা খান।
ভস্মপ্ৰায় হৈয়া গৈল দেখি গোপিগন॥১১৯৪
পুনৰপি গোপিগনে আন সয্যা কৰি।
চন্দনে ৰঞ্জিয়া তাত সুৱাইলা সাদৰি॥
কৃষ্ণৰ বিযোগে মোৰ বিয়াকুল চিত্ত।
সুগন্ধি চন্দনে গাৱে সুকাইল তৰিত॥ ১১৯৫
সত্যযুগ সম ভৈল নিমিসে ৰাধাৰ।
উদ্ধৱৰ বিযোগত দেখে অন্ধকাৰ॥
উদ্ধৱ উদ্ধৱ তুমি গৈয়া সিগ্ৰ কৰি।
মোৰ প্ৰানেস্বৰক আমিয়ো যত্ন কৰি॥ ১১৯৬
হেনয় বচন বুলি হৰিলা চেতন।
বুকুত সাবতি ধৰি কান্দে গোপি গন॥
নানা বোধে ৰাধাক বুঝাইলা গোপিগন।
গোপিৰ প্ৰবোধে ৰাধা লভিলা চেতন॥১১৯৭

ব্ৰহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰানৰ।
উদ্ধৱৰ ৰাধাৰ সম্বাদ মনোহৰ॥
সপ্তম নৱতি অধ্যায়ৰ কথা সাৰ।
শ্ৰদ্ধাভাৱে সুনি পাপ কৰয় সংহাৰ॥১১৯৮
মধুমিশ্ৰ নামে সন্ত পুন্যৱন্ত সাৰ।
অদ্যাপিয়ো গুন যস বখানে জাহাৰ॥
দ্বাদস বৎসৰ তিৰ্থ কৰিলা সেৱন।
বৃন্দাবন প্ৰবেসত পাইলা দৰিসন॥১১৯৯
গোপ বেস ধৰি হৰি হাতে বেত ধৰি।
মহা চৰ্ম্ম ভাৱে দেখা দিলন্ত মুৰাৰি॥
পথ বাৰ্ত্তা সুধি লৈলা পাছে দ্বিজবৰ।
দুই তিনি ভৰি গৈয়া চাহিলা সত্যৰ॥১২০০
অন্তৰ্ধ্যান ভৈলা হৰি পাছে নেদেখিল।
বহুত বিচাৰি পাছে কান্দিবে লাগিল॥
মধুমিশ্ৰ দেৱে পাছে আসিয়া দেসক।
সদাচাৰ ধৰ্ম্ম কৰি পুজিলা কৃষ্ণক॥১২০১
অতিথি সুশ্ৰুসা ধৰ্ম্ম কৰিলা বিস্তৰ।
ভাগৱত ধৰ্ম্মক কৰিলা নিৰন্তৰ॥
নেপালৰ প্ৰতিমা আনিয়া দ্বিজবৰ।
কৰিলা প্ৰতিষ্ঠা পুস্কৰীনি ৰুচিকৰ॥১২০২
দুই খানি দেৱ গৃহ আতি চিত্ৰ কৰি।
উচ্চৰ্গ কৰিয়া দিল কৃষ্ণক সুমৰি॥
অন্নজল উপায়ন বস্তু পাৱে জত।
সমস্তে কৰন্ত দান অথিতি অগ্ৰত॥১২০৩
জিদিনা অথিতি নাই মনে কৰি খেদ।
বিচাৰিয়া আনি দেন্ত ভোজ্য অবিচেদ॥
তানে পুত্ৰ নিত্যানন্দ জনক আমাৰ।
পিতৃৰ সদৃসে প্ৰবৰ্ত্তিলা সদাচাৰ॥১২০৪
তাহান তনয় আমি আতি অল্পমতি।
নাম বলোৰাম আমি মাগিচো ভকতি॥
কৃষ্ণৰ চৰণে মোৰ ৰহিব ভকতি।
এহি অনুগ্ৰহ মোক কৰা যদুপতি॥১২০৫
তোমাৰ দাসৰ সঙ্গ সদা নুগুচোক।
এহি অনুগ্ৰহ নাথ মোক কৰিয়োক॥
সৰ্ব্বদায়ে মোৰ মুখে হৌক তযু নাম।
নিৰন্তৰে·সৰ্ব্বজনে বোলা ৰাম ৰাম॥১২০৬

---

## চবি॥

নিগদতি নাৰায়ন সুনা মুনি তপোধন
উদ্ধৱ পসিয়া গোপপুৰ।
জয়োদাক প্ৰনামিয়া সন্দেস বচন লৈয়া
বামেকৰি অৰণ্য খৰ্জ্জুৰ॥
চলি গৈয়া মহাভাগ জমুনাক পায়া লাগ
স্নান কৰি কৰিলা ভোজন।
মথুৰা নগৰ লাগি চলিলন্ত মহাভাগি
পাছে পাইলা বট সুসোভন॥১২০৭
অক্ষয় বটৰ মুলে গোবিন্দক দেখিলন্ত
প্ৰফুলিত হাস্য নিৰিক্ষন।

মুখে অল্প হাস্য কৰি প্ৰকাসন্ত দেৱহৰি
কৃপাদৃষ্টি বুলিলা বচন ॥
কৃষ্ণক দেখিয়া সন্ত মহাসোকে কান্দিলন্ত
ধাৰাসাৰে লোতক বহন্ত।
ভগৱন্ত মহামতি আসা বাপু মহামতি
মোৰ প্ৰাণ উদ্ধৱ মহন্ত ॥ ১২০৮
জিৱাই জিৱাই ৰাধা আছে নাই প্ৰানেস্বৰি
কহাবাপু মোত ভালকৰি।
মোহোৰ বিযোগে দ্বাৰ দহে সৰ্ব্ব কলেৱৰ
কিবা আছে কিবা গৈল মৰি ॥
মোহোৰ বিযোগ দ্বাৰে গোপ কন্যা নিৰন্তৰে
ভালে বাপু আচন্ত জিয়াই।
গোপ সিসুসব তাত বৎস গৰু অসংখ্যাত
কৈল্যানে আচন্ত সিতো ঠাই ॥ ১২০৯
মোৰ মাতৃ যযোদাই পুত্ৰৰ বিযোগ পাই
কেনমতে দেহ ধৰিচন্ত।
কিবা তোমাসাক দেখি বুলিলন্ত প্ৰানসখি
মোত কহ উদ্ধৱ মহন্ত ॥
জমুনা নদিৰ তিৰে অমৃত সমান নিৰে
আতিপুন্য স্থান বৃন্দাবন।
জল নাহিকয় জাত ৰাসৰ মণ্ডল মোৰ
ৰম্যকুঞ্জ কুটিৰে ৰঞ্জিত ॥ ১২১০
ৰম্য ক্ৰৃড়া সৰোবৰ মোৰ আতি ৰুচিকৰ
পুষ্পৰ উদ্যান বিকসিত।
ভ্ৰমৰৰ অসংখ্যাত গুঞ্জ গুঞ্জ নাদ তাত
পুষ্পে পৰি কৰয় সোভিত ॥
বটবৃক্ষ ভাণ্ডিৰৰ দেখিলাহা মনোহৰ
তাৰতলে বালকৰ চয়।
গোকুলত গোষ্ঠচয় বৎস গৰু প্ৰকাসয়
সমস্তে দেখিল মহাসয় ॥ ১২১১
জদি জিবে ৰাধাসতি তোমাক কি বুলিবন্তি
সমস্তে কহিয়ো ভালমত।

আন্দোলিত মোৰমন কিবুঁলিলে গোপিগন
কিবুলিলে মোক গোপ জত॥
গোপৰ বালক সব বুলিলেক মোক কিবা
কহা বাপু তুমি তপোধন।
বলোৰ জননি সতি ৰোহিনিয়ে মহাসতি
কিবা মোক বুলিলা বচন॥ ১২১২
মোৰ আন বন্ধুজনে মোহোক চিন্তিয়া মনে
কিবুলিলা বাক্য মোক প্ৰতি।
মাতৃ মোৰ যষোদাই প্ৰাণেস্বৰি ৰাধিকায়ে
কিবা দ্ৰব্য কৰাইলা ভোজন॥
অপুৰ্ব্বিয়ে বড় চয় দিলে কিবা মহাসয়
জসোদা ৰাধিকা মহাসতি।
কেন সুমধুৰ বানি সন্তাসা কিদৃসী জানি
সমস্তকে কহ প্ৰতি প্ৰতি॥ ১২১৩
গোপগোপি সমস্তৰ সিস্থগন নিৰন্তৰ
মোত কেন আছে অনুৰাগ।
মোৰমাতৃ যষোদাৰ প্ৰাণেশ্বৰি ৰাধিকাৰ
মোত কেন প্ৰেম মহাভাগ॥
ৰোহিনি যষোদা আই প্ৰাণেশ্বৰি ৰাধিকাই
মোহোক স্মৰয় অনুক্ষন।
গোপ গোপি গন জত স্মৰে মোক অনাৰত
স্মৰেনিকি সবে সিশুগন॥ ১২১৪
ভাণ্ডিৰ বটৰ মূলে জোনো ক্ৰুড়ে সিশুগনে
মোৰ অভাৰত নিৰন্তৰ।
ব্ৰাহ্মণি সকলে জাত অমৃত সমান ভাত
দিলে নিয়া আতি কচিকৰ॥
অমৃত সমান অন্ন ভুঞ্জিলেক গোপিগন
সেহিবট দেখিলা নিশ্চয়।
ইন্দ্ৰৰ জজ্ঞঁৰ স্থান গিৰিবৰ গোবৰ্দ্ধন
দেখিলাহা তুমি মহাসয়॥ ১২১৫
ব্ৰহ্মায় আসিয়া জাত গোপ গৰু অসংখ্যাত
চুৰিকৰি সমস্তকে দিল।

আনো কুড়া স্থান জত দেখিলাহা মনোগত
তুমি সখি অতি পুন্য সিল ॥
স্থুনি কৃষ্ন বাক্য চয় অতি প্ৰেমে মহাসয়
মহাসোক ভৈল উদ্ধৱৰ ।
কতোক্ষনে স্বস্থ হুই উদ্ধৱজে মহাসয়
কৃষ্নক বোলন্ত বিবৰৰ ॥ ১২১৬
স্থুনানৰ নাৰিগন কৃষ্ন পাৱে দিয়ামন
ভক্তিকৰি ভজা তত্মু বানি ।
অসাৰ সংসাৰ সাৰ নাহিকয় জানা আৰ
মুখে ৰাধাকৃষ্ন বোলা বানি ॥

---

## খণ্ড লেচাৰি ॥

উদ্ধৱ বদতি নাৰায়ন
সনাতন
ব্ৰজভুমি মাঝে ৰাসৰ মণ্ডল সাৰ ।
তাতোকৰি শ্ৰেষ্ঠ পুন্যতৰ
নিৰন্তৰ
গোকুল নিবসী জত আছে গোপি আৰ ॥ ১২১৭
দেখিলোহো আমি গোপিকাৰ
মধ্যেসাৰ
ৰাসৰ ইশ্বৰি ৰাধাদেবি ভাগ্যৱতি ।
বনমধ্যে আতি নিৰুপম
নাহিসম
কদলিৰ বনে আছে সোকে ৰাধাসতি ॥
পঙ্ক পাৰি পদ্মঁ পাত্ৰ আতি
ৰাধাসতি
চন্দন সহিতে সুগন্ধিত জল তাত ।
হেন সজ্যা কৰি গোপি গনে
অনুক্ষনে
সেবিয়া আচয় দেখিলো মত্ৰিঁ সাক্ষাত ॥ ১২১৮

নাহিকে ভুসন সৰিৰত
আত্মাৰত
পঙ্ক সজা মাঝে আতিসয় ক্ষিণকাই ।
শুক্ল বস্ত্ৰ দুই পৰিধান
নাহিজ্ঞান
মলিন স্বভাব বাজ্য জ্ঞান তান নাই ॥
সেবিয়া আচয় অনুক্ষনে
সখিগনে
চামৰক ধৰি সততে সেবি আচয় ।
দেহত আচয় স্বাস আতি
ৰাধাসতি
দেহত আহাৰ তান কিচো নাহি কয় ॥ ১২১৯
তোমাৰ বিযোগ মহাজ্বৰ
নিৰন্তৰ
নিৰাহাৰ হুয়া ভৈলা আতি কৃষোদৰ ।
তান গাৱে শ্ৰুতি নাহিকয়
কৃপাময়
জল থল জ্ঞান নাহিকয় দামোদৰ ॥
কিবা ৰাত্ৰি কিবা দিন হয়
নজানয়

নৰ পসু ভেদ নাহিকয় তান গাৱে।
সত্রু মিত্র বন্ধু অন্য জন
নাৰায়ন
ৰাজ্য জ্ঞান নাহি চিন্তি থাকে তযু পাৱে॥১২২০
জ্ঞান হিন জিতে চৌৰ হয়
মহোদয়
সদায় মুখত নচাৰোক মোৰ নাম।
তোমাৰ চৰণে মোৰ মতি
যদুপতি
সমস্ত সমাজে ডাকি বোলা ৰাম ৰাম॥

—:—

## লেচাৰি॥

কদলিৰ বন অনুসৰি চলা জগন্নাথ সিগ্রকৰি
জগতৰে ৰাজ্য ৰাধিকা দেবিক প্রতি।
তোমাৰ চৰন পৰায়ন তোমাক সেৱয় অনুক্ষণ
তজু চৰণত ৰাজে তান নাহিমতি। ১২২১
অতিসয় ভক্ত নাৰায়ন ত্যাগ নকৰিবা সনাতন
তুষ্ট হুয়া প্রভু ৰাখিয়োক যত্ন কৰি।
নাহি নাহি নহি ৰাধিকাৰ সমান ভকত জানো আৰ
ভুত ভবিস্যতে নহৈবেক দেৱহৰি॥
সঙ্কৰত ভয়ে কামদেৱ সঙ্কৰো তোমাক কৰে সেৱ
হেন কামে দগ্ধ হৈয়া আছে ৰাধাসতি
সঙ্কৰবো ইস নাৰায়ন তোমাৰ প্রীয়াক অনুক্ষণ
দাস প্রায়া কামে দহিয়া আচয় আতি॥ ১২২২
জগত ইশ্বৰ পায়াপতি কামে দগ্ধ ভৈলা ৰাধাসতি
সমস্ততে কৰি দায়া কৰ্ম্ম অনির্ব্বাৰ।
চন্দ্রৰ ৰস্মিয়ে সর্ব্বকাই চক্ষুক দহয় সমুদাই
স্বকিয় কৰ্ম্মেসে সমস্ততে কৰিচাৰ॥
সততে সুগন্ধি বায়ুচয় ৰাধিকাক পিৰে আতিসয়
তপ্ত সুবৰ্ন্নৰ বৰ্ন্ন দেহা কচিকৰ।
এতিয়া ভৈলেক কাজলৰ বৰ্ন্নৰ সদৃস ভৈলাগাৰ
সুবৰ্ন্নৰ বৰ্ন্ন কেশচয় নিৰন্তৰ॥ ১২২৩
বস্ত্রবেশ নাহি অলঙ্কাৰ গাৱে নাহিকয় ৰাধিকাৰ
তোমাৰ চৰন চিন্তি থাকে নিৰন্তৰ।

তযুভক্ত ব্ৰহ্মা সুৰেশ্বৰ তযুভক্ত সিৱ দেৱবড়
জোগিন্দ্ৰৰ গুৰু গুৰু ভৈল সমস্তৰ॥
জ্ঞানিৰ মধ্যত গুৰুসাৰ গনেসত পৰে নাহি আৰ
সনত কুমাৰ আদি ভক্ত নিৰন্তৰ।
মুনিন্দ্ৰ ৰাজেন্দ্ৰ আদি কৰি তযুভক্ত চয় দেৱহৰি
পৃথিবিত আছে জত ভক্ত দামোদৰ॥ ১২২৪
ৰাধাৰ সদৃস ভক্ত নাই তোমাক চিন্তয় সমুদাই
ৰাধা জেন চিন্তে লক্ষ্মি নহে সেহিপ্ৰায়।
হুঞোঁ জদি মঞিঁ তজুদাস চলাপ্ৰভু ৰাধিকাৰ পাস
তোমাৰ বিযোগে মৃত্যুতুল্য তানহয়॥
আসিবেক বুলি বুলি সাৰ কৰিলোহো মঞিঁ অঙ্গিকাৰ
ৰাধাৰ আগত বুলি আছো নিষ্টকৰি।
ৰাধাৰ সমিপ সিঘ্ৰকৰি চলিয়োক প্ৰভু দেৱহৰি
মোহোৰ বচন সাৰ্থক কৰিয়ো হৰি॥ ১২২৫
উদ্ধৱৰ হেনসুনি বানি হাষিয়া বুলিলা চক্ৰপানি
উদ্ধৱ মহন্ত কহো মঞিঁ নিষ্টকৰি।
সুনা সভাসদ নৰচয় ভজিয়োক কৃষ্ণ কৃপাময়
সমস্তে সমাজে ডাকি বোলা হৰি হৰি॥

পদ ॥

ভগৱন্ত নিগদন্তি কৰি একমন।
সুনিয়োক মহাবিৰ বেদৰ বচন ॥
ব্ৰাহ্মন গুৰুৰ অৰ্থে প্ৰান সঙ্কটত।
বৃত্তি অৰ্থে বিবাহত নাৰি বিসয়ত ॥ ১২২৬
অসত্য কহিলে আত দোস নাহিকয়।
বেদবাক্য অনুসৰি নকৰা সংসয় ॥
ৰাধাৰ আগত সত্য বুলিলা বচন।
তথাপিতো তোমাক নুচুইবে পাপগন ॥ ১২২৭
চিকাৰ বিহিন জদি হোৱয় তোমাৰ।
তথাপিতো নৰক নহৈব কৈলোসাৰ ॥
মোৰ ভক্ত মোক চিন্তি গোলোক লভয়।
মোৰ প্ৰসাদত নৰককো নেদেখয় ॥ ১২২৮
তথাপি তোমাৰ অঙ্গিকাৰ সাফলিবো।
তোমাৰ বচন পালি স্বপ্নে মঞিঁ জাইবো ॥
ৰাধিকাক কুড়ি স্বপ্নে গোপিক কুড়িবো।
মাতৃৰ কোলাত চৰি তান স্তন খাইবো ॥ ১১২৯
হেনবাক্য সুনি প্ৰনামিলা বিৰবৰ।
উদ্ধৱ পসিলা গৈয়া আপোন মন্দিৰ ॥
স্বপ্নত গৈলন্ত হৰি ৰাধিকাৰ পায়।
নানাবিধ কুড়াকৰি কৰিলা আস্বাস ॥ ১২৩০
অতি গোপ্য জ্ঞানক কহিলা ৰাধিকাত।
সন্তোস কৰিলা জ্ঞান কহিয়ো সাংখ্যাত ॥
গোপিকা গনকো কুড়িলন্ত নাৰায়ণ।
জথোচিতে প্ৰবোধিয়া বুলিলা বচন ॥ ১২৩১
জষোদাৰ কোলে চৰি সন্তোসিলা মন।
তানস্তন পান কৰিলন্ত নাৰায়ণ ॥
গোপ সকলকো প্ৰবোধিলা বুলিবানি।
নগৰ সিশুকো সন্তাসিলা চক্ৰপানি ॥ ১২৩২
সমস্তকে স্বপ্নত বুলিলা প্ৰিয়বানি।
মথুৰা নগৰে প্ৰবেসিলা গদাপানি ॥

ব্ৰহ্মা বৈবৰ্ত্তৰ পদ মহা পুৰানৰ।
শ্ৰীকৃষ্ণৰ জন্ম খণ্ড অতি মনোহৰ ॥ ১২৩৩
নাৰায়ণ নাৰদ সম্বাদ মনোহৰ।
কৃষ্ণ উদ্ধৱৰ কথা অতি ৰুচিকৰ ॥
অষ্টাধিক নৱতি অধ্যায় সমাপত।
কৃষ্ণ উদ্ধৱৰ কথা পাপ কৰে হত্ত ॥ ১২৩৪
হে কৃষ্ণদেৱ প্ৰভু দৈৱকি নন্দন।
তোমাৰ চৰনে মঞিঁ পসিলো সৰণ ॥
ইতো পদ বিসয়ত মোৰ দোস চয়।
ক্ষেমিয়োক জগন্নাথ তুমি কৃপাময় ॥ ১২৩৫
সন্তসবো ক্ষেমাকৰা দোস পায়া বড়।
ক্ষেমাসে উচিত ধৰ্ম্ম মহন্ত সবৰ ॥
জদি নিন্দা কৰা মোক নাহি প্ৰয়োজন।
মুলক চাহিয়া পাছে কৰিবা নিন্দন ॥ ১২৩৬
জদি নিন্দা কৰে মোক সাস্ত্ৰজ্ঞ সকল।
মোৰ পাপক্ষয় হেতু তাতো মহাফল ॥
জদি মোৰ বাক্যচয় অসুদ্ধ বোলয়।
কৃষ্ণৰ কথায়ে বাক্য মিশ্ৰ হুয়াচয় ॥ ১২৩৭
গঙ্গাজলে আন নদি জল মীশ্ৰ হয়।
অন্য নদি জল বুলি কোনেবা তেজয় ॥
এহি পতন্তৰ ইতো মোৰ পয়াৰৰ।
কৃষ্ণ কথাচয় আত আচয় বিস্তৰ ॥ ১২৩৮
হেনজানি সন্তচয় কৰো নিবেদন।
কৃষ্ণকথা সুনি তুষ্ট কৰিয়োক মন ॥
পুৰ্ব্বে সন্তসবে জিতো পয়াৰ কৰিলা।
নিৰ্দ্দোস কৰিয়া কোনে কৰিবে পাৰিল ॥ ১২৩৯
পৰমানু সম আমি জানি সন্তচয়।
মোহোৰ দোষক সবে ক্ষেমিবে লাগয় ॥
ক্ষেমাসে উচিত ধৰ্ম্ম জানা মহন্তৰ।
কৃষ্ণকথা সুনি দোস ক্ষেমিয়ো পদৰ ॥ ১২৪০

জগত ইশ্বৰ কৃষ্ণ থাকি হৃদয়ত।
অনুমতি দিলা জিবা কৰিলো সিসত ॥
মোহোৰ নিন্দাত কিচো নকৰোহো সোক।
কৃষ্ণকথা সুনি তুষ্ট হোৱা সাধুলোক ॥১২৪১
কৃষ্ণৰ কথায়ে পুৰুসক উদ্ধাৰয়।
পাপক সংহৰি পাছে গোলোক লভয় ॥
অসাস্বত ধন জন সবে অকাৰন।
মনে বিমৰসি ভজা কৃষ্ণৰ চৰন ॥ ১২৪২
আপোন সৰিৰ হৈব বিষ্ঠা পলুচাই।
শ্ৰীকৃষ্ণ চৰন সাৰ কৰা সমুদাই ॥
আপোনাৰ পিতৃ মাতৃ আনো বন্ধুগন।
আগতে মৰিয়া জাই নাহিকে চেতন ॥ ১২৪৩
হে কৃষ্ণদেৱ প্ৰভু দেৱমধ্যে সাৰ।
সমৰ্প্পিলো ইতোপদ চৰনে তোমাৰ ॥
তজু কথা অমৃতত নিমজোক মন।
এহি অনুগ্ৰহ মোক কৰা নাৰায়ণ ॥ ১২৪৪
তজু ভকতৰ সঙ্গ সদা নচাৰোক।
এহি অনুগ্ৰহ নাথ কৰিয়োক মোক ॥
ভনে বলোৰাম বিপ্ৰে চাৰি আন কাম।
সংসাৰ তৰনি ডাকি বোলা ৰাম ৰাম॥ ১২৪৫

---

ব্ৰহ্ম বৈবৰ্ত্ত পুস্তক সম্পূৰ্ন্য সমাপ্ত॥

সক ১৭৩০॥

তাৰিখ ২৩ জেষ্ঠত॥

জাহাকে দেখয় তাকেসে লেখয়
জানিবা নিশ্চয় কৰি।
সুনা সৰ্ব্বলোক ক্ষেমা দিবা মোক
মুৰ্খকো নিবা নিস্তৰি॥



## জাননী।

তলত লিখা পুথিকিখনি আসাম সাহিত্য-সভাৰ দ্বাৰা প্ৰকাশ হৈছে আৰু বেচিবলৈ যুগুত ৰখা হৈছে। এজেণ্টৰো সুবিধা আছে।

চন্দ্ৰকান্ত অভিধান ………৭৲ টকা।

নৰদেৱ গ্ৰন্থাৱলী—

শ্ৰীশ্ৰীদেৱ দামোদৰ চৰিত্ৰ……১৲ টকা।

শ্ৰীশ্ৰীবনমালী দেৱ চৰিত্ৰ……৷৵০ অনা।

শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ………১৲ টকা।

সাহিত্য-সভাৰ সভ্যসকলে "নৰদেৱ গ্ৰন্থাৱলী" একোখন আধা দামত পাব।

পোৱাৰ ঠিকনা—

এজেণ্ট—ৰৰকটকী কোম্পানী।
যোৰহাট।

আসাম সাহিত্য-সভা।
চন্দ্ৰকান্ত সন্দিকৈ হল,
যোৰহাট।

---